# ধৰ্ম্ম-তত্ত্ব।

## দ্বিতীয় ভাগ।

শ্রীদণ্ডীধৰ যম ৰচিত।

শ্রীহৰনাথ কটকী সম্পাদিত।

শ্রীমথুৰচন্দ্র শইকীয়া দ্বাৰা
প্রকাশিত।
তেজপুৰ আসাম।



প্রথম তাঙ্গৰণ।

১৩২২।



মূল্য ।৵০ অনা।

# ধৰ্ম্ম-তত্ত্ব।

## দ্বিতীয় ভাগ।

---

শ্ৰীদণ্ডীধৰ যম ৰচিত।

---

শ্ৰীহৰনাথ কটকী সম্পাদিত।

---

শ্ৰীমথুৰচন্দ্ৰ শইকীয়া দ্বাৰা
প্ৰকাশিত।
তেজপুৰ আসাম।



প্ৰথম তাঙ্গৰণ।

১৩২২।



মূল্য ।/০ অনা।

এই পুথি খানি ডিব্ৰুগড় নিবাসী শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্য ডাঙ্গৰীয়াই আদি অন্ত সমুদাই চাই সংশোধন কৰি দিছে সেই বাবে উক্ত ডাঙ্গৰীয়াৰ গুৰিত চিৰকাল কৃতজ্ঞতা পাশত আবদ্ধ থাকিলোঁ।

শ্ৰীদণ্ডীধৰ দাস।

# উছর্গা।



অজ্ঞান তিমিৰান্ধস্য জ্ঞানাঞ্জন শলাকয়া।
চক্ষু রুন্মিলিতং যেন তস্মৈ শ্ৰীগুৰবে নমঃ।
মহাপুৰুষ আউনী আটীয় বৰ্ত্তমান
সত্ৰাধিকাৰ শ্ৰীশ্ৰীল শ্ৰীশ্ৰীযুক্ত

## কমলদেব গোস্বামী

মহাপ্ৰভুৰ চৰণাৰবিন্দত
এই ক্ষুদ্ৰ পুস্তিকা খানি
ভক্তিভৰে উৎসৰ্গ
কৰিলোঁ।

সেবকাধম,
শ্ৰীদণ্ডীধৰ যম।

# ধৰ্ম্ম-তত্ত্ব।

## দ্বিতীয় ভাগ।

শ্ৰীকৃষ্ণায় নমঃ।

নমো ব্ৰহ্মণ্য দেবায় গো-ব্ৰাহ্মণ হিতায়চ।
জগদ্ধিতায় কৃষ্ণায় গোবিন্দায় নমোনমঃ ॥

### পদ।

নমো নমো কৃষ্ণ বিষ্ণু ব্ৰহ্মাণ্ডৰ পতি।
নমো দীন দুঃখহাৰী অগতিৰ গতি ॥
নমো সত্য সনাতন কৰুণা সাগৰ।
[illegible] সৰ্ব্বস্ব তুমি ভকত জনৰ ॥
তোমাৰ কটাক্ষে লয় ইচ্ছায় উৎপত্তি।
লীলা হেতু ধৰা তুমি নানা যে মুৰুতী ॥
ভিন্নৰূপ নাই তুয়া নাম নিৰাকাৰ।
অথচ ভকত স্নেহে ধৰা অৱতাৰ ॥
দিবস শৰ্ব্বৰী হিত সাধি ভকতৰ।
সৰ্ব্বক্ষণে থাকা তুমি যেন সহচৰ ॥

# ধৰ্ম্ম-তত্ত্ব।

## দ্বিতীয় ভাগ।

শ্ৰীকৃষ্ণায় নমঃ।

নমো ব্ৰহ্মণ্য দেবায় গো-ব্ৰাহ্মণ হিতায়চ।
জগদ্ধিতায় কৃষ্ণায় গোবিন্দায় নমোনমঃ ॥

### পদ।

নমো নমো কৃষ্ণ বিষ্ণু ব্ৰহ্মাণ্ডৰ পতি।
নমো দীন দুঃখহাৰী অগতিৰ গতি ॥
নমো সত্য সনাতন করুণা সাগৰ।
[illegible] সৰ্ব্বস্ব তুমি ভকত জনৰ ॥
তোমাৰ কটাক্ষে লয় ইচ্ছায় উৎপত্তি।
লীলা হেতু ধৰা তুমি নানা যে মুকুতী ॥
ভিন্নৰূপ নাই তুয়া নাম নিৰাকাৰ।
অথচ ভকত স্নেহে ধৰা অৱতাৰ ॥
দিবস শৰ্ব্বৰী হিত সাধি ভকতৰ।
সৰ্ব্বক্ষণে থাকা তুমি যেন সহচৰ ॥

ভক্তিভাৱে যেহি যিবা বাঞ্চা কৰে হৰি ।
তুমি কল্পতৰু তাক্ক দিয়া পূৰ্ণকৰি ॥
তাকে দেখি পাতকিবো ভৈল অভিলাষ ।
কৰিবো তোমাৰ ভক্ত চৰিত্ৰ প্ৰকাশ ॥
ভকতি বিহীন মোৰ নাই সদজ্ঞান ।
কিৰূপে পুৰাইবো আশা কৰুণা নিধান ॥
যদি কৃপা কৰা বুলি অধম কিঙ্কৰ ।
তেবে পূৰ্ণ হয় প্ৰভু বাঞ্চিত মনৰ ॥
তুমি মোৰ সাহ শক্তি বিদ্যাবুদ্ধি জ্ঞান ।
তুমি বিনে পাতকিৰ নাই পৰিত্ৰাণ ॥
তযু চৰণৰ ভৃত্য বুলি দামোদৰ ।
কৰা অনুগ্ৰহ মোক কৰিছো কাতৰ ॥
কৰযোড়ে বোলো শুনা সাধু জ্ঞানী জন ।
বিৰচিবো ধৰ্ম্মতত্ত্ব কথা নিৰূপম ॥
মূঢ় বুলি নকৰিবা মোক পৰিহাস ।
যেন মতি দিলে হৰি জগত নিবাস ॥
তাহান চৰণৰেণু ধৰিয়া শিৰত ।
আৰম্ভিলো পদ ইটো আনি শাস্ত্ৰতত্ত্ব ॥
অতি অপৰূপ কথা নাই পটন্তৰ ।
পৰম অমুল্য বস্তু ভকত জনৰ ॥
কৰ্ণভৰি কৰা সবে আনন্দে শ্ৰবণ ।
বাঢ়িব হৰিত ভক্তি শুদ্ধ হৈয়া মন ॥

পূৰ্ব্বে যুধিষ্ঠিৰ ৰাজা পাণ্ডুৰ তনয় ।
মাৰ্কণ্ডেয় ঋষিত কৰিয়া সবিনয় ॥
জিজ্ঞাসিলে যিটো ধৰ্ম্ম মনুষ্য লোকৰ ।
শুনা সেহি পুণ্য কথা যত সাধু নৰ ॥
ৰাজা বোলে কোন ধৰ্ম্ম অধৰ্ম্ম কলিত ।
সবিশেষ কোৱা মোৰ শুদ্ধ হৌক চিত ॥
পিতা মাতা প্ৰতি কেনে ভক্তি সন্তানৰ ।
নাৰীৰ ভকতি কেনে স্বামীৰ উপৰ ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় আদি বৰ্ণ সকলৰ ।
কোন ধৰ্ম্ম সংক্ষেপতে কোৱা মুনিবৰ ॥
নৃপতিৰ কিবা ধৰ্ম্ম কোন প্ৰয়োজন ।
কিৰূপ আচাৰে প্ৰজা কৰিব পালন ॥
পৰস্পৰ নৰগণ কোন ব্যবহাৰে ।
হেলায় সংসাৰ সিন্ধু তৰিবাক পাৰে ॥
ৰাজাৰ শুনিয়া বাণী মৃকণ্ডু নন্দন ।
সা[illegible]ৰ প্ৰশংসি হৰ্ষে বুলিল বচন ॥
প[illegible] অমূল্য ইটো গুপ্ত শাস্ত্ৰ সাৰ ।
কৰিবো প্ৰচাৰ শুনা পাণ্ডুৰ কুমাৰ ॥
আগে শুনা পতিব্ৰতা ধৰ্ম্ম ৰমণীৰ ।
যাৰ যেন নীতি পাছে শুনিবা সুধীৰ ॥
সবাৰো জননী তুল্য সতী সংসাৰৰ ।
যাৰ ধৰ্ম্ম বলে বৰ্ত্তে প্ৰাণী নিৰন্তৰ ॥

কঠোৰ নিয়ম পালি মহিলা নিচয় ।
ইন্দ্রিয়ক অবহেলে কৰে পৰাজয় ॥
স্বামীৰ চৰণে ৰাখি মন একচিত ।
দেৱতো অধিক কৰি সেৱে প্রতিনিত ॥
ভর্ত্তাৰ চৰণ পূজি এহিমতে সতী ।
তান সংযোগত কালে হয় গর্ভ্তৱতী ॥
দশমাস অতি কষ্টে বহি গর্ভ্তভাৰ ।
অশান্তিত থাকে নাৰী ভুঞ্জিয়া নিকাৰ ॥
নিৰূপিত কাল যেৱে আসি পূর্ণ হয় ।
দুঃসহ যাতনা সহি ৰমণী নিচয় ॥
সন্তান প্রসব কৰে অপৰূপ বৰ ।
ভাবিলে ভাবনা হৰে কর্ম্ম ঈশ্বৰৰ ॥
লভিয়া সন্তান মাতা পৰম স্নেহত ।
প্রাণতো অধিক কৰি পালয় সতত ॥
পিতৃও পুত্রৰ জন্য করি কায় ক্লেশ ।
দান ধ্যান নানা ৰূপে কৰয় অশেষ ॥
এহিমতে আৰাধিয়া পুত্র যদি পায় ।
সুখ আনন্দৰ নীৰে যেন উটি যায় ॥
স্বর্গ সুখো তুচ্ছ ভাবে সেহি বেলা নৰে ।
মনৰ উল্লাসে হিয়া সন্তোষে নধৰে ॥
পৰম যতনে পুত্র কৰয় পালন ।
সুমঙ্গল মনে চিন্তা কৰে অনুক্ষণ ॥

কিৰূপে সন্তান অতি গুণবন্ত হয় ।
বিভুপদ আৰাধিয়া সততে থাকয় ॥
সুপুত্ৰ জন্মিলে দুয়ো যশ কীৰ্ত্তি পায় ।
জন্মান্তৰে গতিকৰে ঈশ্বৰৰ ঠাঁয় ॥
কুপুত্ৰ জন্মিলে যায় বংশৰ গৌৰৱ ।
তাৰকৰ্ম্মে পিতৃগণ ভুঞ্জয় ৰৌৰৱ ॥
পৰম ভকতি ভাবে যিটো মহাজন ।
পিতৃ মাতৃ সেৱা কৰে কৰি প্ৰাণপণ ॥
সিসবৰ ইচ্ছামতে ইচ্ছা পূৰ্ণ কৰে ।
দুঃসাধ্য হলেও তাক সাধ্য বুলি ধৰে ॥
জনক জননী কোনমতে সুখী হয় ।
দিন ৰাত্ৰি বাঞ্চা কৰে সুপুত্ৰ নিচয় ॥
পূজনীয় গুৰু মধ্যে পিতা মাতা বৰ ।
যাত হন্তে নৰনাৰী পৃথিবী ভিতৰ ॥
জন্মধৰি সিসবৰ অতুল স্নেহত ।
নিৰাপদে বাল্যকাল থাকে আনন্দত ॥
[illegible] যৌবন কালে নানা ভোগ কৰে ।
ধৰ্ম্মপথে থাকি নৰ সংসাৰকো তৰে ॥
যত কিছু উপভোগ কৰে নৰনাৰী ।
পিতৃ মাতৃ মুল তাৰ দেখিলে বিচাৰি ॥
হেন পিতা মাতা যিটো শ্ৰদ্ধা ভক্তি কৰি ।
দেৱসম সেৱাকৰে দিবস শৰ্ব্বৰী ॥

কঠোৰ নিয়ম পালি মহিলা নিচয় ।
ইন্দ্ৰিয়ক অবহেলে কৰে পৰাজয় ॥
স্বামীৰ চৰণে ৰাখি মন একচিত ।
দেৱতো অধিক কৰি সেৱে প্ৰতিনিত ॥
ভৰ্ত্তাৰ চৰণ পূজি এহিমতে সতী ।
তান সংযোগত কালে হয় গৰ্ব্ভৱতী ॥
দশমাস অতি কষ্টে বহি গৰ্ব্ভভাৰ ।
অশান্তিত থাকে নাৰী ভুঞ্জিয়া নিকাৰ ॥
নিৰূপিত কাল যেবে আসি পূৰ্ণ হয় ।
দুঃসহ যাতনা সহি ৰমণী নিচয় ॥
সন্তান প্ৰসৱ কৰে অপৰূপ বৰ ।
ভাবিলে ভাবনা হৰে কৰ্ম্ম ঈশ্বৰৰ ॥
লভিয়া সন্তান মাতা পৰম স্নেহত ।
প্ৰাণতো অধিক কৰি পালয় সতত ॥
পিতৃও পুত্ৰৰ জন্য কৰি কায় ক্লেশ ।
দান ধ্যান নানা ৰূপে কৰয় অশেষ ॥
এহিমতে আৰাধিয়া পুত্ৰ যদি পায় ।
সুখ আনন্দৰ নীৰে যেন উটি যায় ॥
স্বৰ্গ সুখো তুচ্ছ ভাবে সেহি বেলা নৰে ।
মনৰ উল্লাসে হিয়া সন্তোষে নধৰে ॥
পৰম যতনে পুত্ৰ কৰয় পালন ।
সুমঙ্গল মনে চিন্তা কৰে অনুক্ষণ ॥

কিৰূপে সন্তান অতি গুণবন্ত হয় ।
বিভুপদ আৰাধিয়া সততে থাকয় ॥
সুপুত্ৰ জন্মিলে দুয়ো যশ কীৰ্ত্তি পায় ।
জন্মান্তৰে গতিকৰে ঈশ্বৰৰ ঠাঁয় ॥
কুপুত্ৰ জন্মিলে যায় বংশৰ গৌৰব ।
তাৰকৰ্ম্মে পিতৃগণ ভুঞ্জয় ৰৌৰব ॥
পৰম ভকতি ভাবে যিটো মহাজন ।
পিতৃ মাতৃ সেৱা কৰে কৰি প্ৰাণপণ ॥
সিসবৰ ইচ্ছামতে ইচ্ছা পূৰ্ণ কৰে ।
দুঃসাধ্য হলেও তাক সাধ্য বুলি ধৰে ॥
জনক জননী কোনমতে সুখী হয় ।
দিন ৰাত্ৰি বাঞ্ছা কৰে সুপুত্ৰ নিচয় ॥
পূজনীয় গুৰু মধ্যে পিতা মাতা বৰ ।
যাত হন্তে নৰনাৰী পৃথিবী ভিতৰ ॥
জন্মধৰি সিসবৰ অতুল স্নেহত ।
নিৰাপদে বাল্যকাল থাকে আনন্দত ॥
[illegible] যৌৱন কালে নানা ভোগ কৰে ।
ধৰ্ম্মপথে থাকি নৰ সংসাৰকো তৰে ॥
যত কিছু উপভোগ কৰে নৰনাৰী ।
পিতৃ মাতৃ মুল তাৰ দেখিলে বিচাৰি ॥
হেন পিতা মাতা যিটো শ্ৰদ্ধা ভক্তি কৰি ।
দেৱসম সেৱাকৰে দিবস শৰ্ব্বৰী ॥

আশা অনুৰূপে তোষে তাসম্বাৰ মন।
পৃথিবী মণ্ডলে তান সার্থক জীবন ॥
সি সি সাধু পুণ্যৱন্ত জ্ঞানী মধ্যে সাৰ।
ইহ পৰলোকে গতি সাধিল তাহাৰ ॥
সেহিৰূপে পতিব্ৰতা স্বামী সেৱা বলে।
বিনা ক্লেশে স্বৰ্গধাম লভে কৌতূহলে ॥
যিসব নাৰীৰ নাই স্বামীত ভকতি।
কুলকো নাশিয়া তাই যায় অধোগতি ॥
ধৰ্ম্ম কৰ্ম্ম যত মানে তাইৰ নষ্ট হয়।
পূণ্যৰ সলনি কৰে পাপৰ সঞ্চয় ॥
শুনা সৰ্ব্বজন ইটো ধৰ্ম্মতত্ত্ব সাৰ।
যাহাৰ শ্ৰবণে নৰ নিস্তৰে সংসাৰ ॥
হেন সুধাসম কথা মন স্থিৰ কৰি।
কৰা প্ৰতিপাল যত্নে স্মৰি হৰি হৰি ॥ ১১২

---

## দুলড়ি।

মাৰ্কণ্ড বদতি, শুনা মহামতি,
সতীৰ লক্ষণ চয়।
যাক লভি নৰ সংসাৰ সাগৰ
অবহেলে পাৰ হয় ॥
স্নেহে পূৰ্ণ মতি সকলোৰে প্ৰতি,
কপট নিদিয়ে ঠাঁয়।

নাই মন কষ্ট থাকে তাতে তুষ্ট
ভাগ্যত যি হকে পায় ॥
পৰ পুৰুষক, যিৰূপ জনক,
সমতুল্য কৰে জ্ঞান ।
সকলোৰে প্ৰতি মনে কৰে সতী,
যেনে নিজ দেহপ্ৰাণ ॥
দেৱতো অধিক কৰিয়া স্বামীক
ভকতি কৰে সদায় ।
যত্নে সৰ্ব্বক্ষণ কৰয় পালন,
তান যেন অভিপ্ৰায় ॥
যদি বিপদত পৰে কদাচিত
তবু নাৰী সহ্য কৰি
অপ্ৰিয় বচন নুবুলি স্বামীক
থাকন্ত ধৰ্ম্মক ধৰি ॥
সদা এক মনে সেৱয় চৰণে,
স্বামীৰ নধৰি দোষ ।
[illegible]া অতিথি, কৰি শ্ৰদ্ধা ভক্তি,
কৰন্ত সদা সন্তোষ ॥
শ্বশুৰ শাশুৰী, দেব সম কৰি,
সেৱা কৰে সৰ্ব্বক্ষণ ।
অন্য গুৰুজনে, পৰম যতনে,
ভক্তিভাৱে তোষে মন ॥

আশা অনুৰূপে তোষে তাসম্বাৰ মন।
পৃথিবী মণ্ডলে তান সাৰ্থক জীবন ॥
সি সি সাধু পুণ্যৱন্ত জ্ঞানী মধ্যে সাৰ।
ইহ পৰলোকে গতি সাধিল তাহাৰ ॥
সেহিৰূপে পতিব্ৰতা স্বামী সেৱা বলে।
বিনা ক্লেশে স্বৰ্গধাম লভে কৌতূহলে ॥
যিসব নাৰীৰ নাই স্বামীত ভকতি।
কুলকো নাশিয়া তাই যায় অধোগতি ॥
ধৰ্ম্ম কৰ্ম্ম যত মানে তইৰ নষ্ট হয়।
পূণ্যৰ সলনি কৰে পাপৰ সঞ্চয় ॥
শুনা সৰ্ব্বজন ইটো ধৰ্ম্মতত্ত্ব সাৰ।
যাহাৰ শ্ৰৱণে নৰ নিস্তৰে সংসাৰ ॥
হেন সুধাসম কথা মন স্থিৰ কৰি।
কৰা প্ৰতিপাল যত্নে স্মৰি হৰি হৰি ॥ ১১২

---

## দুলড়ি।

মাৰ্কণ্ড বদতি, শুনা মহামতি,
সতীৰ লক্ষণ চয়।
যাক লভি নৰ সংসাৰ সাগৰ
অবহেলে পাৰ হয় ॥
স্নেহে পূৰ্ণ মতি সকলোৰে প্ৰতি,
কপট নিদিয়ে ঠাঁয়।

নাই মন কষ্ট থাকে তাতে তুষ্ট
ভাগ্যত যি হকে পায় ॥
পৰ পুৰুষক, যিৰূপ জনক,
সমতুল্য কৰে জ্ঞান ।
সকলোৰে প্ৰতি মনে কৰে সতী,
যেনে নিজ দেহপ্ৰাণ ॥
দেৱতো অধিক কৰিয়া স্বামীক
ভকতি কৰে সদায় ।
যত্নে সৰ্ব্বক্ষণ কৰয় পালন,
তান যেন অভিপ্ৰায় ॥
যদি বিপদত পৰে কদাচিত
তবু নাৰী সহ্য কৰি
অপ্ৰিয় বচন নুবুলি স্বামীক
থাকন্ত ধৰ্ম্মক ধৰি ॥
সদা এক মনে সেৱয় চৰণে,
স্বামীৰ নধৰি দোষ ।
[illegible]া অতিথি, কৰি শ্ৰদ্ধা ভক্তি,
কৰন্ত সদা সন্তোষ ॥
শ্বশুৰ শাশুৰী, দেৱ সম কৰি,
সেৱা কৰে সৰ্ব্বক্ষণ ।
অন্য গুৰুজনে, পৰম যতনে,
ভক্তিভাৱে তোষে মন ॥

দাস দাসী প্ৰতি, স্নেহশীলা অতি
বোলয় কোমল কথা।
নিজ পুত্ৰব্ৰত পালয় সতত,
নকৰে সতী অন্যথা ॥
ছল ও কপট নাহিকে মনত,
সৰল স্বভাৱ অতি।
মিথ্যা বাক্য ব্যয় কৰিয়া সময়,
প্ৰাণান্তে নিনিয়ে সতী ॥
নিজৰ খোৱাৰ, নকৰে বিচাৰ,
পৰৰ অৰ্থে যতন।
ভাল পিন্ধা উড়া স্পৃহা নাইকীয়া,
যাতে তাতে তৃপ্তমন ॥
যি কোনো সময়, মন্দ কামনায়,
গোপনে বা প্ৰকাশত।
না থাকিয়া ৰত, চিন্তয় সতত,
পতিৰ মঙ্গল মত ॥
উপহাস্য কৰি লাজ লজ্জা এড়ি
নকৰয় অনিয়ম।
সদা সৌম্য মূৰ্ত্তী ধৰি ৰঙ্গে সতী,
কৰন্ত মন সংযম ॥
কোনো কায কৰ্ম্মে কিবা পথশ্ৰমে,
স্বামী গৃহাগত হয়।

সতী সেহিক্ষণ, কৰি বিসৰ্জ্জন,
আপোন কৰ্ত্তব্যচয় ॥
ধুয়াই চৰণ আমিয়া আসনে
বৈসাব যতন কৰি ।
ভক্ষ্য দ্ৰব্য যত, স্বামী মন মতে,
নিবেদিব পাৰে ধৰি ॥
এহিমতে সতী কৰিয়া ভকতি
স্বামীৰ বঢ়াই ৰঙ্গ ।
তান আজ্ঞা লৈয়া, নিজ কৰ্ম্ম গৈয়া,
কৰিব আনন্দ মন ॥
বসন ভূষণ, যি যি দ্ৰব্যে মন,
পতিৰ পছন্দ নাই ।
অকপট মনে কৰিব বৰ্জ্জন
সেহি দ্ৰব্য সমুদাই ॥
অতি ৰাতিপুয়া শয্যা ত্যাগিয়া
উঠাই গৃহ পৰিজন ।
[illegible] শুদ্ধ কৰি, স্বামী পদ স্মৰী,
নিজ কৰ্ম্মে দিব মন ॥
আলস্য অৰুচি অসূয়া কুৰুচি
কৰি সবে পৰিহাৰ ।
ধৰ্ম্ম পথে মন, দিব অনুক্ষণ,
এড়ি নিন্দা অত্যাচাৰ ॥

দূৰদেশে পতি কৰে যদি গতি,
কোনো লৈয়া অভিপ্ৰায় ।
স্বামীৰ মঙ্গল, চিন্তিয়া কেৱল,
থাকিব সতী সদায় ॥
দান ধ্যান ব্ৰত কৰি সাধ্যমত
ঈশ্বৰক মনে ধৰি ।
প্ৰাৰ্থিব সদায় স্বামী অভিপ্ৰায়,
যেন সিদ্ধ কৰে হৰি ॥
সেহি সময়ত বেশ ভূষা যত,
কৰিবেক পৰিহাৰ ।
স্বামী পদ চিন্তি, থাকিব তৃপিতি
দেখাই দীনা আকাৰ ॥
অতি পৰিশ্ৰম অতি চিন্তা মন,
অতি হলে শোক ক্লেশ ।
স্বামীক সতত কৰিব বিৰত,
দিয়া ধৰ্ম্ম উপদেশ ॥
কোন মতে স্বামী থাকে মন শান্তি ;
শৰীৰ হয় সবল ।
সতী সৰ্ব্বক্ষণ কৰিব যতন,
জানি নিজ ভক্তি স্থল ॥
কি প্ৰকাৰে হয় পতিৰ সন্তোষ,
দিবা নিশি চিন্তা কৰি ।

কৰিয়া ভকতি বঢ়াব তৃপিতি
নিঃস্বাৰ্থ কিঙ্কৰী সৰি ॥
আবাস ভৱন, বসন ভূষণ,
নিজ পুত্ৰ কন্যাগণ।
গৃহ দ্ৰব্য আদি, সকলোকে ৰাখি
পৰিষ্কাৰ পৰিছন্ন ॥
এহিমতে সতী স্বামীৰ সংহতি,
কৰি পুণ্য ব্যৱহাৰ।
নিজৰ জন্মক কৰিয়া সাৰ্থক,
কুলকো কৰে উদ্ধাৰ ॥
পতিৰ বংশকো সমূলে উদ্ধাৰি,
স্বামী সমে ভাগ্যৱতী।
কৰি দেহ ক্ষয়, আনন্দে বঞ্চয়,
লভিয়া অমৰাৱতী ॥
এহি সতীতত্ত্ব পৰম গুপুত,
যিজনে কৰে শ্ৰৱণ।
তান পাপচয় নাশিয়া নিশ্চয়
হোৱয় নিৰ্ম্মল মন ॥
জানি সাধুজন এড়া পাপমন,
সত্যধৰ্ম্ম সাৰ কৰি।
আপোনাক তাৰা, পুৰুষ উদ্ধাৰা,
মুখে বোলা হৰি হৰি ॥ ১১৬

দূৰদেশে পতি কৰে যদি গতি,
কোনো লৈয়া অভিপ্ৰায় ।
স্বামীৰ মঙ্গল, চিন্তিয়া কেৱল,
থাকিব সতী সদায় ॥
দান ধ্যান ব্ৰত কৰি সাধ্যমত
ঈশ্বৰক মনে ধৰি ।
প্ৰাৰ্থিব সদায় স্বামী অভিপ্ৰায়,
যেন সিদ্ধ কৰে হৰি ॥
সেহি সময়ত বেশ ভূষা যত,
কৰিবেক পৰিহাৰ ।
স্বামী পদ চিন্তি, থাকিব তৃপিতি
দেখাই দীনা আকাৰ ॥
অতি পৰিশ্ৰম অতি চিন্তা মন,
অতি হলে শোক ক্লেশ ।
স্বামীক সতত কৰিব বিৰত,
দিয়া ধৰ্ম্ম উপদেশ ॥
কোন মতে স্বামী থাকে মন শান্তি ;
শৰীৰ হয় সবল ।
সতী সৰ্ব্বক্ষণ কৰিব যতন,
জানি নিজ ভক্তি স্থল ॥
কি প্ৰকাৰে হয় পতিৰ সন্তোষ,
দিবা নিশি চিন্তা কৰি ।

কৰিয়া ভকতি বঢ়াব তৃপিতি
নিঃস্বাৰ্থ কিঙ্কৰী সৰি ॥
আবাস ভবন, বসন ভূষণ,
নিজ পুত্ৰ কন্যাগণ।
গৃহ দ্ৰব্য আদি, সকলোকে ৰাখি
পৰিষ্কাৰ পৰিছন্ন ॥
এহিমতে সতী স্বামীৰ সংহতি,
কৰি পুণ্য ব্যবহাৰ।
নিজৰ জন্মক কৰিয়া সাৰ্থক,
কুলকো কৰে উদ্ধাৰ ॥
পতিৰ বংশকো সমূলে উদ্ধাৰি,
স্বামী সমে ভাগ্যৱতী।
কৰি দেহ ক্ষয়, আনন্দে ৰক্ষয়,
লভিয়া অমৰাৱতী ॥
[illegible]হি সতীতত্ত্ব পৰম গুপুত,
যিজনে কৰে শ্ৰৱণ।
তান পাপচয় নাশিয়া নিশ্চয়
হোৱয় নিৰ্ম্মল মন ॥
জানি সাধুজন এড়া পাপমন,
সত্যধৰ্ম্ম সাৰ কৰি।
আপোনাক তাৰা, পুৰুষ উদ্ধাৰা,

# পদ।

মার্কণ্ডেয় বোলে শুনা পাণ্ডুকুলপতি।
সতীৰ লক্ষণ শুনিলাহা মহামতি॥
আৰু কৰা পতিব্রতা মাহাত্ম্য শ্রবণ।
অতি বিতোপন কথা ধর্ম্মৰ নন্দন॥
কৌশিক নামেৰে এক দ্বিজ কুল মণি।
বৃক্ষমূলে বসি সুখে কৰে বেদধ্বনি॥
আছিল বৃক্ষত এক বগলিয়ো পৰি।
ভৰ্ছিলে সিবেলা সিও শঙ্কা পৰিহৰি॥
সেহি বিষ্ঠা পৰে আসি ঋষিৰ শৰীৰে।
উৰ্দ্ধে চাই ঋষি তাক ক্রোধে দৃষ্টি কৰে॥
তান কোপানলে তাৰ প্রাণ গৈল উড়ি।
ঋষিৰ আগত পক্ষী পৰিলন্ত সৰি॥
দেখি বিপ্র স্নেহে বৰ হুয়া দুখ মন।
অনুতাপ কৰে বহু পক্ষীৰ কাৰণ॥
মনোদুখে তৈৰ পৰা কৰিয়া প্রস্থান।
ভিক্ষা হেতু গ্রাম মধ্যে পশে মতিমান॥
একসতী নাৰী আছে সেহি লোকালয়।
তান গৃহে তপোধন উপস্থিত হয়॥
ভিক্ষা দেহি বুলি দ্বিজে মাতে গৃহজন।
শব্দ শুনি সতী আসে বিপ্রৰ সদন॥

ব্ৰাহ্মণ দেখিয়া বামা ভক্তিযুক্ত মনে।
কৰিল সন্তোষ তাঙ্ক মধুৰ বচনে॥
আজি বিধি সুপ্ৰসন্ন জানিলো আমাৰ।
সিকাৰণে পদধূলি পৰিল তোমাৰ।
কত ভাগ্যে মহন্তৰ দৰশন পাই।
জন্মৰ সাফল কৰে লোক সমুদাই॥
বিশ্ৰাম কৰিয়ো ঋষি আহো ভিক্ষা লৈ।
এহি বুলি গৃহে সতী প্ৰবেশিল গৈ॥
ভিক্ষা পাত্ৰ ধৰি ধনী ভিক্ষা লয় কৰে।
সেহি বেলা তান স্বামী প্ৰবেশিল ঘৰে॥
শ্ৰমযুক্ত আছে ভৰ্ত্তা দেখি বিদ্যমান।
স্নেহবশে অতি তান ব্যস্ত হয় প্ৰাণ॥
ভিক্ষা থৈ সুনিৰ্ম্মল জলে সেহিক্ষণ।
ভক্তিভাৱে ধুৱাইলেক স্বামীৰ চৰণ॥
পবিত্ৰ আসনে তাঙ্ক বৈসায়া সুন্দৰী।
ভক্ষ্য ভোজ্য দ্ৰব্যচয় আনে শীঘ্ৰ কৰি॥
স্বামীৰ কাষত থাকি মহাযত্নে সতী।
কৰাইল ভোজন ৰঙ্গে কৰিয়া ভকতি॥
মাৰ্কণ্ডেয় বোলে শুনা পাণ্ডুৰ নন্দন।
এহিমতে কৰে সতী স্বামীৰ সেৱন॥
স্বামীৰ উচ্ছিষ্ট নিতে কৰয় আহাৰ।
মনোৰথ প্ৰাণপণে পুৰে অনিৰ্ব্বাৰ॥

সর্ব্বক্ষণে থাকে সতী সদাচাৰে ৰত।
জ্ঞাতি কুটুম্বকো সুখী কৰে সাধ্যমত ॥
শশুৰ শাশুৰী আৰু দেৱতা অতিথি।
পৰম যতনে সদা কৰয় ভকতি ॥
গৃহ পৰিজন আৰু যত সহচৰ।
অতি স্নেহে প্ৰতিপালি তোষে নিৰন্তৰ ॥
এহিমতে ধৰ্ম্মে সতী দিন কৰে ক্ষয়।
আত্মতুল্য দেখি যত প্ৰাণী সমুদয় ॥
পাছ কথা কওঁ শুনা পাণ্ডু বংশধৰ।
কি কৰিল ভিক্ষাকাঙ্ক্ষী সিটো মুনিবৰ ॥
স্বামীৰ কৰিয়া সেৱা যথোচিত সতী।
স্মৰণ কৰিয়া মনে দ্বিজৰ ভাৰতি ॥
ভিক্ষা লৈ তান পাশে কৰিল গমন।
দৃষ্টি কৰি ঋষি হয় ক্ৰোধে হুতাশন ॥
ইকি তোৰ গৃহাশ্ৰমী ধৰ্ম্ম ব্যবহাৰ।
ভিক্ষা দিওঁ বুলি গৃহে পশিয়া তোমাৰ ॥
দশদণ্ড কাল মোক ৰাখিলি বৈসাই।
ব্ৰাহ্মণ সজ্জনে তোৰ কিছু ভক্তি নাই ॥
অবহেলা কৰ মোক নাই তোৰ ভয়।
নেজান যমৰো যম দ্বিজৰ তনয় ॥
হেনয় প্ৰচণ্ড মূৰ্ত্তি দেখি ব্ৰাহ্মণৰ।
সবিনয়ে পতিব্ৰতা কৰিল উত্তৰ ॥

মৰশিয়ো দোষ ঋষি ধৰো চৰণত।
সদাভক্তি আছে মোৰ গুৰু ব্ৰাহ্মণত ॥
কাৰ্য্যবশে হৈল মোৰ ইটো বিসঙ্গতি।
জনাও শুনিবা প্ৰভু সি সব ভাৰতি ॥
ক্ষুধাতুৰ হুয়া মোৰ স্বামী সেহিক্ষণ।
অভ্যাগত হৈল গৃহে বিসন্ন বদন ॥
সকলো কৰ্ত্তব্য ময় থলোঁ পাছ কৰি।
স্বামীৰ কৰিলো সেৱা ধৰ্ম্ম পথ ধৰি ॥
পতিমাত্ৰ স্ত্ৰীৰ গুৰু সকলোৰ মূল।
যাৰ সেৱাবলে হেলে তৰে নাৰীকুল ॥
এহি মনে ধৰি প্ৰভু স্বামীক সদাই।
দেৱতো অধিক জ্ঞানে পূজো সৰ্ব্বদাই ॥
বিলম্ব ঘটিল গুৰু সেহি হেতু মোৰ।
ক্ষমা কৰা ঋষিৰাজ এড়ি ক্ৰোধ ঘোৰ ॥
সতীৰ শুনিয়া বাণী দ্বিজ অনন্তৰ।
মহাক্ৰোধে ৰমণীক কৰিল উত্তৰ ॥
তপস্বী বিপ্ৰত তোৰ শ্ৰদ্ধা ভক্তি নাই।
পতিমাত্ৰ গুৰু বুলি পূজস সদাই ॥
শচীপতি আদি যত মুখ্য দেৱগণ।
ভক্তিভাৱে সেৱে সদা দ্বিজৰ চৰণ ॥
অবলা স্ত্ৰীজাতি তোৰ নাই ধৰ্ম্মজ্ঞান।
সিকাৰণে কৰ মোক অত অপমান ॥

সৰ্ব্বক্ষণে থাকে সতী সদাচাৰে ৰত।
জ্ঞাতি কুটুম্বকো সুখী কৰে সাধ্যমত ॥
শশুৰ শাশুৰী আৰু দেৱতা অতিথি।
পৰম যতনে সদা কৰয় ভকতি ॥
গৃহ পৰিজন আৰু যত সহচৰ।
অতি স্নেহে প্রতিপালি তোষে নিৰন্তৰ ॥
এহিমতে ধৰ্ম্মে সতী দিন কৰে ক্ষয়।
আত্মতুল্য দেখি যত প্ৰাণী সমুদয় ॥
পাছ কথা কওঁ শুনা পাণ্ডু বংশধৰ।
কি কৰিল ভিক্ষাকাঙ্ক্ষী সিটো মুনিবৰ ॥
স্বামীৰ কৰিয়া সেৱা যথোচিত সতী।
স্মৰণ কৰিয়া মনে দ্বিজৰ ভাৰতি ॥
ভিক্ষা লৈ তান পাশে কৰিল গমন।
দৃষ্টি কৰি ঋষি হয় ক্রোধে হুতাশন ॥
ইকি তোৰ গৃহাশ্ৰমী ধৰ্ম্ম ব্যবহাৰ।
ভিক্ষা দিওঁ বুলি গৃহে পশিয়া তোমাৰ ॥
দশদণ্ড কাল মোক ৰাখিলি বৈসাই।
ব্ৰাহ্মণ সজ্জনে তোৰ কিছু ভক্তি নাই ॥
অবহেলা কৰ মোক নাই তোৰ ভয়।
নেজান যমৰো যম দ্বিজৰ তনয় ॥
হেনয় প্রচণ্ড মূৰ্ত্তি দেখি ব্ৰাহ্মণৰ।
সবিনয়ে পতিব্ৰতা কৰিল উত্তৰ ॥

মৰশিয়ো দোষ ঋষি ধৰো চৰণত।
সদাভক্তি আছে মোৰ গুৰু ব্ৰাহ্মণত ॥
কাৰ্য্যবশে হৈল মোৰ ইটো বিসঙ্গতি।
জনাও শুনিবা প্ৰভু সি সব ভাৰতি ॥
ক্ষুধাতুৰ হুয়া মোৰ স্বামী সেহিক্ষণ।
অভ্যাগত হৈল গৃহে বিসন্ন বদন ॥
সকলো কৰ্ত্তব্য ময় থলোঁ পাছ কৰি।
স্বামীৰ কৰিলো সেৱা ধৰ্ম্ম পথ ধৰি ॥
পতিমাত্ৰ স্ত্ৰীৰ গুৰু সকলোৰ মূল।
যাৰ সেৱাবলে হেলে তৰে নাৰীকুল ॥
এহি মনে ধৰি প্ৰভু স্বামীক সদাই।
দেৱতো অধিক জ্ঞানে পূজো সৰ্ব্বদাই ॥
বিলম্ব ঘটিল গুৰু সেহি হেতু মোৰ।
ক্ষমা কৰা ঋষিৰাজ এড়ি ক্ৰোধ ঘোৰ ॥
সতীৰ শুনিয়া বাণী দ্বিজ অনন্তৰ।
মহাক্ৰোধে ৰমণীক কৰিল উত্তৰ ॥
তপস্বী বিপ্ৰত তোৰ শ্ৰদ্ধা ভক্তি নাই।
পতিমাত্ৰ গুৰু বুলি পূজস সদাই ॥
শচীপতি আদি যত মুখ্য দেৱগণ।
ভক্তিভাৱে সেৱে সদা দ্বিজৰ চৰণ ॥
অবলা স্ত্ৰীজাতি তোৰ নাই ধৰ্ম্মজ্ঞান।
সিকাৰণে কৰ মোক অত অপমান ॥

ব্ৰাহ্মণৰ ক্ৰোধে হয় জগত প্ৰলয়।
দেৱাসুৰ নাগনৰে যাক কৰে ভয়॥
পুনঃ সতী বোলে ক্ষমা কৰা মুনিবৰ।
সবে জ্ঞাত আছো তেজবীৰ্য্য ব্ৰাহ্মণৰ॥
দেৱতুল্য ব্ৰাহ্মণক মানো সৰ্ব্বক্ষণ।
স্বামী সেৱা নাৰী ধৰ্ম্ম দোষা কি কাৰণ॥
তোমাৰ ক্ৰোধত মোৰ কিছু ভয় নাই।
নোহো হীন বীৰ্য্য মই বগলি পৰাই॥
যদি মোৰ ভক্তি থাকে স্বামী চৰণত।
কোন বস্তু ব্ৰহ্মশাপ দেখো তুচ্ছমত॥
যেহি জনে ধৰ্ম্ম ৰাখে তাঙ্ক ৰাখে ধৰ্ম্ম।
ঈশ্বৰৰো অভিপ্ৰায় এই শাস্ত্ৰ মৰ্ম্ম॥
দেখা দ্বিজবৰ মোৰ ভকতিৰ চিন।
যিৰূপে কৰিলা তুমি বকৰ নিধন॥
সিও কথা মুনি মোৰ অবিদিত নাই।
ভক্তিবলে জ্ঞাত ময় হওঁ সমুদাই॥
পুনঃ পুনঃ ক্ৰোধ কিয় কৰা মুনিবৰ।
ক্ৰোধেই পৰম শত্ৰু মনুষ্যগণৰ॥
হেন ক্ৰোধ যেহিজনে কৰে পৰিহাৰ॥
মিষ্টবাক্যে পৰিতোষ কৰয় সবাৰ॥
পূজনীয় পিতৃ মাতৃ আদি গুৰুজনে।
পৰম ভকতি ভাৱে তোষে সৰ্ব্বক্ষণে॥

হিংসককো নকৰয় হিংসাৰ বিধান।
শত্রু মিত্রে ভাব ৰাখে সকলো সমান॥
শুচি সত্যবাদী জিতেন্দ্রিয় যিটোজন।
সদাচাৰে ৰত আৰু ধৰ্ম্মপৰায়ণ॥
সৰ্ব্বভূতে আত্মতুল্য কৰে ব্যবহাৰ।
স্বধৰ্ম্মে নিয়ত দৃঢ় মতি থাকে যাৰ॥
বেদশাস্ত্রে বিজ্ঞ যিটো নিত্যকৰ্ম্মে ৰতি।
শক্তিমতে দান সেৱে দেৱতা অতিথি।
ব্ৰহ্মচৰ্য্য ধৰি এড়ি গৰ্ব্ব অহঙ্কাৰ।
ধৰ্ম্ম কৰ্ম্মে যিটো মতি ৰাখে অনিৰ্ব্বাৰ॥
ইসব গুণেৰে যাৰ দেহ সুশোভন।
সেহিসে স্বৰূপ দ্বিজ বেদৰ বচন॥
মানব আকাৰে সিটো সাক্ষাতে ঈশ্বৰ।
সি সব দৰ্শনে মুক্ত হয় নাৰী নৰ॥
বেদশাস্ত্রে বিজ্ঞ তুমি শুচি সত্যবাদী।
সদাচাৰে আচৰিছা ধৰ্ম্ম কৰ্ম্ম আদি॥
প্ৰকৃত ধৰ্ম্মত কিন্তু নাই তব বোধ।
ব্যবহাৰে দেখো তুমি নিতান্ত অবোধ॥
ধৰ্ম্মতত্ত্ব জানিবৰ যদি কৰা মন।
মিথিলা নগৰে ঋষি কৰিয়ো গমন॥
ধৰ্ম্মব্যাধ নামে এক ব্যাধৰ তনয়।
অবস্থান কৰে তৈতে দ্বিজ মহাশয়॥

সত্যবাদী জিতেন্দ্রিয় সত্য পৰায়ণ।
দেৱতুল্য পিতৃমাতৃ সেৱে অনুক্ষণ ॥
সাধু সজ্জনতো তান একান্ত ভকতি।
তাহাৰ দৰ্শনে তব শুদ্ধ হৈব মতি ॥
পৰম শ্ৰদ্ধায়ে ব্যাধ তোমাৰ গোচৰ।
ধৰ্ম্মতত্ত্ব প্ৰকাশিব যত পূৰ্ব্বাপৰ ॥
ইচ্ছা যদি কৰা গুৰু কৰিবা সাক্ষাত।
শুনিবা পবিত্ৰ কথা কৰ্ণভৰি তাত ॥
অবলা স্ত্ৰীজাতি বুলি সৰ্ব্বজনে কয়।
কৰিলো তোমাৰ ময় যত দোষচয় ॥
জ্ঞানহীনা নাৰী মনে জানি তপোধন।
সন্তান সদৃশ মোক কৰিবা মাৰ্জ্জন ॥
সতীৰ বচন শুনি বোলে দ্বিজবৰ।
আদৰ্শ স্বৰূপা তুমি ৰমণী কুলৰ ॥
নাৰীৰ মধ্যত এনে জ্ঞান বুদ্ধি শক্তি।
দেখিলো তোমাৰ মাত্ৰ পৰ্য্যটিয়া ক্ষিতি ॥
ধৰ্ম্মপূৰ্ণ সুধাসম তব কথা শুনি।
পৰম তৃপিতি মনে পালো সুবদনী ॥
মোৰ অৰ্থে আই তুমি এড়া চিন্তাভয়।
তোমাত প্ৰসন্ন সদা হোক কৃপাময় ॥
এহি বুলি সুন্দৰীক আশীৰ্ব্বাদ কৰি।
বিদায় কৰিল বিপ্ৰ স্মৰিয়া শ্ৰীহৰি ॥

দেখা সৰ্ব্বজন কেনে ভকতিৰ বল।
সেৱাবলে বিভুশক্তি পাৱয় সকল॥
জানিয়া সকলে ভজা ইষ্ট গুৰুজন।
লভিবা পৰম গতি বেদৰ বচন॥
সাধু মহন্তৰ পদে ভক্তি সাৰ কৰি।
হৰিক সেবিবা সবে দিবস শৰ্ব্বৰী॥
তেবে অল্পকালে তুষ্ট হৈব লক্ষ্মীপতি।
হৰি হৰি বোলা সদা হোক সদগতি॥১৬০

## পদ।

মাৰ্কণ্ডেয় বোলে শুনা ধৰ্ম্ম নৃপবৰ।
পতিব্ৰতা কথা স্মৰি দ্বিজ অনন্তৰ॥
মনে মনে আপোনাক কৰি নিন্দাবাদ।
অনুতাপে ব্ৰাহ্মণৰ জন্মিল বিষাদ॥
কোনোমতে নুগুছিল সংশয় মনৰ।
মূলতত্ত্ব জ্ঞাত হওঁ কিমতে ধৰ্ম্মৰ॥
যিটো কথা বুলিলন্ত পতিব্ৰতা সতী।
ব্যাধৰ দৰ্শনে যাওঁ মিথিলাক প্ৰতি॥
এহিমতে গুণি গান্থি মনে তপোধন।
মিথিলা নগৰে গৈয়া ভৈল উপসন॥
দেখিল জনক পুৰী পৰম সুন্দৰ।
ৰম্য হৰ্ম্ম্য শোভে যেন অমৰ নগৰ॥

সত্যবাদী জিতেন্দ্রিয় সত্য পৰায়ণ।
দেৱতুল্য পিতৃমাতৃ সেৱে অনুক্ষণ॥
সাধু সজ্জনতো তান একান্ত ভকতি।
তাহাৰ দৰ্শনে তব শুদ্ধ হৈব মতি॥
পৰম শ্ৰদ্ধায়ে ব্যাধ তোমাৰ গোছৰ।
ধৰ্ম্মতত্ত্ব প্ৰকাশিব যত পূৰ্ব্বাপৰ॥
ইচ্ছা যদি কৰা গুৰু কৰিবা সাক্ষাত।
শুনিবা পবিত্ৰ কথা কৰ্ণভৰি তাত॥
অবলা স্ত্ৰীজাতি বুলি সৰ্ব্বজনে কয়।
কৰিলো তোমাৰ ময় যত দোষচয়॥
জ্ঞানহীনা নাৰী মনে জানি তপোধন।
সন্তান সদৃশ মোক কৰিবা মাৰ্জ্জন॥
সতীৰ বচন শুনি বোলে দ্বিজবৰ।
আদৰ্শ স্বৰূপা তুমি ৰমণী কুলৰ॥
নাৰীৰ মধ্যত এনে জ্ঞান বুদ্ধি শক্তি।
দেখিলো তোমাৰ মাত্ৰ পৰ্য্যটিয়া ক্ষিতি॥
ধৰ্ম্মপূৰ্ণ সুধাসম তব কথা শুনি।
পৰম তৃপিতি মনে পালো সুবদনী॥
মোৰ অৰ্থে আই তুমি এড়া চিন্তাভয়।
তোমাত প্ৰসন্ন সদা হোক কৃপাময়॥
এহি বুলি সুন্দৰীক আশীৰ্ব্বাদ কৰি।
বিদায় কৰিল বিপ্ৰ স্মৰিয়া শ্ৰীহৰি॥

দেখা সৰ্ব্বজন কেনে ভকতিৰ বল।
সেৱাবলে বিভুশক্তি পাৰয় সকল ॥
জানিয়া সকলে ভজা ইষ্ট গুৰুজন।
লভিবা পৰম গতি বেদৰ বচন ॥
সাধু মহন্তৰ পদে ভক্তি সাৰ কৰি।
হৰিক সেবিবা সবে দিবস শৰ্ব্বৰী ॥
তেবে অল্পকালে তুষ্ট হৈব লক্ষ্মীপতি।
হৰি হৰি বোলা সদা হোক সদগতি ॥১৬০

## পদ।

মাৰ্কণ্ডেয় বোলে শুনা ধৰ্ম্ম নৃপবৰ।
পতিব্ৰতা কথা স্মৰি দ্বিজ অনন্তৰ ॥
মনে মনে আপোনাক কৰি নিন্দাবাদ।
অনুতাপে ব্ৰাহ্মণৰ জন্মিল বিষাদ ॥
কোনোমতে নুগুছিল সংশয় মনৰ।
মূলতত্ত্ব জ্ঞাত হওঁ কিমতে ধৰ্ম্মৰ ॥
যিটো কথা বুলিলন্ত পতিব্ৰতা সতী।
ব্যাধৰ দৰ্শনে যাওঁ মিথিলাক প্ৰতি ॥
এহিমতে গুণি গান্থি মনে তপোধন।
মিথিলা নগৰে গৈয়া ভৈল উপসন ॥
দেখিল জনক পুৰী পৰম সুন্দৰ।
ৰম্য হৰ্ম্ম্য শোভে যেন অমৰ নগৰ ॥

পথৰ উভয় পাৰ্শ্বে দিব্য পুষ্পবন।
স্থানে স্থানে সৰোবৰ অতি সুনিৰ্ম্মল ॥
হৃষ্টমনে নৰনাৰী পিন্ধি অলঙ্কাৰ।
বিভুগুণ গাই কৰে আনন্দে বিহাৰ ॥
কোনো স্থানে অবিৰত বেদধ্বনি হয়।
কোনো স্থানে দান যজ্ঞ কৰে লোকচয় ॥
বীৰ সাজে সাজি যত ক্ষত্রিয় নিকৰ।
শান্তিৰক্ষা কৰে সদা ৰাজাৰ নগৰ ॥
বৈশ্যগণো কৃষিশিল্পে পৰম পাৰ্গত।
দেশৰ উন্নতি সাধি আছে আনন্দত ॥
শূদ্ৰসবো সঙ্গে সঙ্গে থাকি সিসবৰ।
পৰম ভক্তিৰে তৃপ্তি সাধিছে মনৰ ॥
যাৰ যেন কৰ্ম্ম আছে বেদৰ বিহিত।
প্ৰাণপণে সৰ্ব্বজনে পালে প্ৰতিনিত ॥
গো মহিষ ধনধান্য হয় হস্তী যত।
সীমা সংখ্যা নাই তাৰ লিখা দিবো কত ॥
অতুল বৈভব ভুঞ্জি প্ৰজা নিৰন্তৰ।
ৰাজাক প্ৰশংসি বঞ্চে মিথিলা নগৰ ॥
অকাল মৰণ আৰু নাই শোক ভয়।
ধৰ্ম্মৰ বলত প্ৰজা সদা নিৰাময় ॥
হেনয় অপূৰ্ব্ব দৃশ্য দেখি মুনিবৰ।
পৰম বিস্ময়ে লভে কৌতুক বিস্তৰ ॥

যি সকল পথ মাজে ফুৰে নৰনাৰী।
তাসম্বাক শোধে কথা ঋষি আগবাঢ়ি॥
জানা কি নাজানা মোত কোৱা লোকগণ।
ধৰ্ম্মব্যাধ নামে এক আছে মহাজন॥
মহাজ্ঞানী ব্যাধ সুত হৰিত ভকত।
তাঙ্ক খুজি ফুৰোঁ মই যত্নে ইথানত॥
দ্বিজৰ ভাৰতি শুনি এক মহাজন।
সঙ্গে কৰি নিল তাঙ্ক ব্যাধৰ সদন॥
বসিয়াছে ব্যাধসুত মাংস বিক্ৰী কৰি।
সেহি স্থানে উপস্থিত ঋষি মৌন ধৰি॥
উৰ্দ্ধ দৃষ্টি কৰি ব্যাধ ব্ৰাহ্মণক চায়।
দেখিয়া বুজিল তান যিটো অভিপ্ৰায়॥
সম্ভ্ৰমেৰে বিপ্ৰপদে কৰি নমস্কাৰ।
জিজ্ঞাসা কৰিল সাধো কি কাৰ্য্য তোমাৰ॥
বৰ ভাগ্যে মুনি তুয়া পালো দৰশন।
জানিলোঁ অত্যন্ত বিধি মোৰ সুপ্ৰসন॥
দৰিদ্ৰত বৰ দয়া আছয় তোমাৰ।
সি হেতু কৰিলা মোক অত উপকাৰ॥
পৰীক্ষাৰ অৰ্থে প্ৰভু সতীৰ বচন।
অধমক কৃপা কৰি দিলা দৰশন॥
শুনিয়া কৌশিক মনে মানিল বিস্ময়।
কত শক্তি ধৰে ইটো ব্যাধৰ তনয়॥

ভালেতো সুশীলা মোক বুলিলা বচন।
তাঁহাৰ দৰ্শনে হব সন্দেহ ভঞ্জন॥
তদন্তৰে ব্ৰাহ্মণক লৈয়া ব্যাধসুত।
নিজ ঘৰে প্ৰবেশিল কৰিয়া কৌতুক॥
ভক্তিভাৱে ব্যাধ পত্নী আসি সেইক্ষণ।
স্বামীৰ ইঙ্গিতে ধুই বিপ্ৰৰ চৰণ॥
পবিত্ৰ আসন আনি বসিবাক দিল।
পৰম সন্তোষে দ্বিজ তথাতে বসিল॥
অনন্তৰে ব্যাধক বুলিল মুনিবৰ।
আচাৰ লক্ষণ তব সাধু মহন্তৰ॥
তবে কোন হেতু বাপু নীচ বৃত্তি ধৰি।
দেহ কলুষিত কৰা মাংস বিক্ৰী কৰি॥
এহি কৰ্ম্ম দেখি মোৰ মনে দুখ হয়।
ইকাৰ্য্য তোমাৰ পক্ষে গৰ্হিত নিশ্চয়॥
ব্যাধে বোলে শুনা গুৰু মোৰ নিবেদন।
ইটো মোৰ কুলধৰ্ম্ম কৰো অনুক্ষণ॥
হেন জানি মোক নুবুলিবা নিন্দাবাণী।
স্বধৰ্ম্ম এড়িলে নৰ হয় অধোগামী॥
ভক্তিভাৱে পূজোময় বৃদ্ধ গুৰুজন।
দুঃখী দৰিদ্ৰৰো সাধ্যমতে তোষো মন॥
দেৱতা অতিথি সেৱা শক্তিমতে হয়।
সত্য পথে থাকি ধৰ্ম্ম অভ্যাসিছো ময়॥

উচ্চ নীচ কাৰো প্ৰতি নাই অহঙ্কাৰ।
সবাৰ ওপৰে মোৰ সম ব্যবহাৰ ॥
পৰনিন্দা পৰবাদ মুখে মোৰ নাই।
বিভুৰ চৰণ চিন্তি আছো ঋষিৰায় ॥
যি বংশে যিৰূপ বৃত্তি কৰে পিতৃগণ।
সেহি অনুৰূপে চলে সন্তান সকল ॥
বৰ্ণভেদে কৰ্ম্ম ভাগ আছে তপোধন।
শূদ্ৰৰ কৰ্ত্তব্য কৰা ত্ৰিবৰ্ণ সেবন ॥
বৈশ্যৰ কৰ্ত্তব্য কৃষি বাণিজ্য প্ৰধান।
ক্ষত্ৰিয় ৰাজত্ব ৰক্ষা কৰিয়া সংগ্ৰাম ॥
ব্ৰাহ্মণৰ ব্ৰহ্মচৰ্য্য তপস্যাতে মতি।
বেদবিধি নলঙ্ঘি সেবিব লক্ষ্মীপতি ॥
দুষ্টৰ দমন আৰু সন্তৰ পালন।
ৰাজাৰ কৰ্ত্তব্য এই জানিবা সুজন ॥
পুত্ৰবৎ দেখিয়া যতেক লোকচয়।
কৰিব পালন যাতে চিৰ শান্তি ৰয় ॥
আপোন পুত্ৰয়ো যদি মন্দ কৰ্ম্ম কৰে।
কৰিব শাসন সমভাবে নৃপবৰে ॥
পাপ প্ৰলোভন ৰাজা এড়িব সদাই।
নৃপতিৰ পাপে সমুলক্ষে তল যাই ॥
ৰাজ্য মধ্যে মহামাৰি অকাল মৰণ।
দুৰ্ভিক্ষ ভুগুছে হাহাকাৰ প্ৰজাগণ ॥

প্ৰজাৰো পাপত মতি অনুক্ষণ হয়।
চুৰি হিংসা কৰি আৰ্জ্জে পাতক নিচয়॥
অধৰ্ম্মৰ ফলে গৈয়া ৰাজ্যে প্ৰজাগণ।
কণা খোড়া কুজা হুয়া ধৰয় জনম॥
নিশ্চয় জানিবা দ্বিজ গুৰুৰ পাপত।
শিষ্যৰো বিনাশ হয় শাস্ত্ৰৰ সম্মত॥
ৰাজপূণ্যে আনন্দত ৰঞ্চে সৰ্ব্বজন।
ধন ধান্যে পূৰ্ণ হয় ৰাজ্য তপোধন॥
ব্যাধিৰ প্ৰকোপ কমে ধৰ্ম্ম কৰ্ম্ম বলে।
পৰম সন্তোষে নৃপ ৰঞ্চে কৌতুহলে॥
দেখা দ্বিজবৰ ইটো পুৰী অনুপাম।
জনক ৰাজাৰ ৰাজ্য নিৰাময় স্থান॥
ৰাজাৰ শাসনে প্ৰজা তান আজ্ঞা ধৰি।
স্বধৰ্ম্মকে আচৰন্ত একচিত কৰি॥
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ চাৰি জাতি।
সবাৰো লক্ষণ কেনে দেখা পৰিপাটী॥
ন্যায়মতে ৰাজ্যপালে ৰাজা নিৰন্তৰ।
পৰম সুখৰ স্থান মনুষ্য সবৰ॥
আপোন পুত্ৰেও যদি মন্দ কৰ্ম্ম কৰে।
সেহিক্ষণে দণ্ড তাক কৰে নৃপবৰে॥
ধাৰ্ম্মিকৰ স্বৰ্গ পাপাত্মাৰ যমালয়।
এহি মতে সুশাসনে প্ৰজাক পালয়।

কোনো বর্ণে ভিন্ন ভাব নাহি নৃপতিৰ।
পুত্ৰৱতে পালে প্ৰজা যেন ৰঘুবীৰ॥
বিষ্ণুত ভকত ৰাজা অতি পুণ্যৱন্ত।
যাৰ ধৰ্ম্মে ভুঞ্জে প্ৰজা সুখ অপৰ্য্যন্ত॥
শোক চিন্তা নাই ৰাজ্যে অকাল মৰণ।
স্বৰ্গসম সুখে বঞ্চে যাৰ প্ৰজাগণ॥
সত্যধৰ্ম্ম শিৰোমণি জগত আধাৰ।
যাৰ পুণ্যে নৰগণ নিস্তৰে সংসাৰ॥
স্বধৰ্ম্ম পালিয়া কৰো মাংস বেছা কিনা।
স্বহস্তে নামাৰো ময় পশু কোনো দিনা॥
অন্যে মৰা পশুমাংস থাকো বিক্ৰী কৰি।
ভোজন নকৰো নিজে কৈলো নিষ্ঠ কৰি॥
দিবস শৰ্ব্বৰী মাজে এক সন্ধ্যা খাওঁ।
বেদ বিধিমতে মাত্ৰ স্ত্ৰী পাশে যাওঁ॥
এহি মতে থাকে যিটো সদাচাৰে ৰত।
চাণ্ডাল হলেও সিটো ব্ৰাহ্মণৰ মত॥
দ্বিজকুলে জন্ম ধৰি নিত্যকৰ্ম্ম হীন।
নামত ব্ৰাহ্মণ সিটো চাণ্ডালৰ চিন॥
সত্যপথে থাকি নৰ দয়াধৰ্ম্ম নেড়ে।
পৰম ধাৰ্ম্মিক তেঁহো সংসাৰ ভিতৰে॥
ধাৰ্ম্মিকৰ সঙ্গে হয় ধৰ্ম্মৰ উৎপত্তি।
সন্ত সাধু গুৰুজনে বাঢ়য় ভকতি॥

শৰীৰে নাথাকে দুষ্ট ভাবৰ সঞ্চাৰ।
কাম ক্রোধ আদি ৰীপু হয় ছাৰখাৰ॥
সাধুৰ সঙ্গতি যেন গোলোক বসতি।
ভাগ্যে নৰ পাই সাধে জীবনৰ গতি॥
সাধুৰ লক্ষণ কওঁ শুনা তপোধন।
কোন হেতু ভক্তিভাৱে পূজে সৰ্ব্বজন॥
একজনে কৰে যদি নিন্দা অবিৰত।
অন্যজনে প্রশংসে বখানি গুণ যত॥
দুয়ো সম কৰে সাধু সবে ঋষিবৰ।
শত্রু মিত্র নাই কোনো নাই ভিন্ন পৰ॥
সকলো সমান তান উচ্চ নীচ নাই।
সবাকো সন্তোষ কৰে শক্তি অনুযায়ী॥
অন্নবস্ত্র দান আৰু বিনয় বচনে।
সাধ্যমতে তুষ্ট কৰে দুখী ভিক্ষী জনে॥
কাম ক্রোধ আদি কৰি দুষ্ট ৰীপু যত।
জ্ঞানবলে বশীভূত কৰন্ত সতত॥
পৰিত্যাগ মনুষ্যৰ অতি শ্রেষ্ঠ ধৰ্ম্ম।
সমুদায় এড়ে সাধু অনুচিত কৰ্ম্ম॥
মিথ্যা বাক্য সমুলঞ্চে কৰে বিসৰ্জ্জন
ধৰ্ম্মৰ প্রধান ৰীপু জানিয়া সজ্জন॥
যাচিও কৰিব নৰ পৰ উপকাৰ।
আত পৰে ধৰ্ম্ম নাই সংসাৰত সাৰ॥

পৰদুখে দুখী পৰহিত কৰ্ম্মে ৰত।
যেহিজন হয় তেঁও সাধু যথাৰ্থত ॥
ৰিপুবশে নধৰিব অধৰ্ম্ম আচাৰ।
হৃদয়ে সৰ্ব্বদা হৰি কৰিবেক সাৰ ॥
সম্পদেও নকৰিব আনন্দ বিস্তৰ।
আপদতো নহব শোকত জড়সৰ ॥
যদ্যপি হোৱয় নৰ ধনধান্য হীন।
বৈৰাগে স্বধৰ্ম্ম তবু নেড়িব প্ৰবীন ॥
ভ্ৰমবশে হয় যদি পাপ সংঘটন।
ভবিষ্যতে সাবধান হব সাধুজন ॥
যেহি ভাৱে সকলোৰ সুমঙ্গল হয়।
সিমতে থাকিব নৰ এড়ি নিন্দাভয় ॥
মূৰ্খজনে আসি যদি বোলে কুবচন।
ক্ষমতা থাকিও ক্ষমা কৰিব সুজন ॥
দুষ্টতো নকৰি দুষ্ট সাধু ব্যবহাৰে।
সন্তোষ কৰিব নম্ৰবাক্যে সবাকাৰে ॥
তবু যদি কৰে পাপী পাপ আচৰণ।
আপনাৰ দোষে হৈব আপুনি নিধন ॥
ধৰ্ম্ম কৰ্ম্ম নেজানিয়া সাধুজন প্ৰতি।
বিপক্ষ কৰিলে হয় নিশ্চয় দুৰ্গতি ॥
অসৎ লোকৰ জন্ম জগতে বিফল।
পৃথিবীৰ ভাৰ মাত্ৰ নাই কোনো ফল ॥

শৰীৰে নাথাকে দুষ্ট ভাবৰ সঞ্চাৰ।
কাম ক্রোধ আদি ৰীপু হয় ছাৰখাৰ ॥
সাধুৰ সঙ্গতি যেন গোলোক বসতি।
ভাগ্যে নৰ পাই সাধে জীবনৰ গতি ॥
সাধুৰ লক্ষণ কওঁ শুনা তপোধন।
কোন হেতু ভক্তিভাৱে পূজে সৰ্ব্বজন ॥
একজনে কৰে যদি নিন্দা অবিৰত।
অন্যজনে প্রশংসে বখানি গুণ যত ॥
দুয়ো সম কৰে সাধু সৰে ঋষিবৰ।
শত্রু মিত্র নাই কোনো নাই ভিন্ন পৰ ॥
সকলো সমান তান উচ্চ নীচ নাই।
সবাকো সন্তোষ কৰে শক্তি অনুযায়ী ॥
অন্নবস্ত্র দান আৰু বিনয় বচনে।
সাধ্যমতে তুষ্ট কৰে দুখী ভিক্ষী জনে ॥
কাম ক্রোধ আদি কৰি দুষ্ট ৰীপু যত।
জ্ঞানবলে বশীভূত কৰন্ত সতত ॥
পৰিত্যাগ মনুষ্যৰ অতি শ্রেষ্ঠ ধৰ্ম্ম।
সমুদায় এড়ে সাধু অনুচিত কৰ্ম্ম ॥
মিথ্যা বাক্য সমুলঞ্চে কৰে বিসৰ্জ্জন
ধৰ্ম্মৰ প্রধান ৰীপু জানিয়া সজ্জন ॥
যাচিও কৰিব নৰ পৰ উপকাৰ।
আত পৰে ধৰ্ম্ম নাই সংসাৰত সাৰ ॥

পৰদুখে দুখী পৰহিত কৰ্ম্মে ৰত।
যেহিজন হয় তেঁও সাধু যথাৰ্থত ॥
ৰিপুবশে নধৰিব অধৰ্ম্ম আচাৰ।
হৃদয়ে সৰ্ব্বদা হৰি কৰিবেক সাৰ ॥
সম্পদেও নকৰিব আনন্দ বিস্তৰ।
আপদতো নহব শোকত জড়সৰ ॥
যদ্যপি হোৱয় নৰ ধনধান্য হীন।
বৈৰাগে স্বধৰ্ম্ম তবু নেড়িব প্ৰবীন ॥
ভ্ৰমবশে হয় যদি পাপ সংঘটন।
ভৱিষ্যতে সাবধান হব সাধুজন ॥
যেহি ভাৱে সকলোৰ সুমঙ্গল হয়।
সিমতে থাকিব নৰ এড়ি নিন্দাভয় ॥
মূৰ্খজনে আসি যদি বোলে কুবচন।
ক্ষমতা থাকিও ক্ষমা কৰিব সুজন ॥
দুষ্টতো নকৰি দুষ্ট সাধু ব্যৱহাৰে।
সন্তোষ কৰিব নম্ৰবাক্যে সবাকাৰে ॥
তবু যদি কৰে পাপী পাপ আচৰণ।
আপনাৰ দোষে হৈব আপুনি নিধন ॥
ধৰ্ম্ম কৰ্ম্ম নেজানিয়া সাধুজন প্ৰতি।
বিপক্ষ কৰিলে হয় নিশ্চয় দুৰ্গতি ॥
অসৎ লোকৰ জন্ম জগতে বিফল।
পৃথিবীৰ ভাৰ মাত্ৰ নাই কোনো ফল ॥

গর্ব্ব অহঙ্কাৰে মত্ত আত্মশ্লাঘা বৰ।
সর্প তুল্য লোকে দেখি তাক কৰে দৰ ॥
নিজৰ প্ৰশংসা আৰু পৰনিন্দা নাই—।
এৰূপ সংসাৰে লোক নিমিলে সদাই ॥
মায়ায় আবৃত নৰ তত্ত্বজ্ঞান হীন।
সিকাৰণে দেখি সদা বাতুলৰ চিন ॥
পৰহিংসা পৰনিন্দাতেসে তৃপ্তিমন।
নিচিনে আপোন পৰ অজ্ঞান কাৰণ ॥
যদি অনুতাপ কৰে দুষ্কৰ্ম্ম আচৰি।
ভবিষ্যতে থাকে সদা মন স্থিৰ কৰি ॥
দানপূণ্য কৰে পূজে ইষ্ট গুৰুজন।
তেবে তাৰ সেহি পাপ হোৱয় মোচন ॥
দোষৰ আধাৰ লোভ পতনৰ ঘাই।
জানি সাধুজনে এড়ে তাক ভয় পাই ॥
অজ্ঞানী সকল মাত্ৰ তাত ৰত হয়।
পদে পদে তাৰ ফলে যাতনা ভুঞ্জয় ॥
অনন্তৰে শুনা কথা পাণ্ডুবংশধৰ।
পূৰ্ণ কথা শুনি হৰ্ষমনে মুনিবৰ ॥
ব্যাধক কৰিল প্ৰশ্ন শুনা জ্ঞানশালী।
সাধুতা লভয় নৰ কোন কৰ্ম্ম পালি ॥
কোনৰূপে মোৰ সেহি শক্তি লাভ হয়।
কৃপা কৰি কোৱা মোৰ গুচোক সংশয় ॥

দ্বিজৰ আগ্ৰহ দেখি ব্যাধ মহামতি।
ধীৰে ধীৰে নিবেদিল স্থিৰ কৰিমতি॥
দান যজ্ঞ তপস্যাদি বেদ সত্য বল।
এহি পঞ্চ কৰ্ম্ম শিষ্টাচাৰৰ সম্বল॥
কাম ক্ৰোধ লোভ মোহ দম্ভ অহঙ্কাৰ।
হিংসা দ্বেষ কপটতা আদি অত্যাচাৰ॥
বশীভুত কৰি ৰাখে যিটো মহাজন।
এহি মোক্ষধৰ্ম্ম বুলি মানে সৰ্ব্বক্ষণ॥
সেহিসব সাধু জানা মহা পূণ্যবান।
সিসব দৰ্শনে পাপ হোৱয় নিৰ্য্যান॥
জানি শিষ্টগণে আক সদা প্ৰাণপণে।
যতনে আচৰি ধন্য হয় ত্ৰিভুবনে॥
সাধু ব্যবহাৰে যত কৰ্ম্ম কৰে নৰ।
[illegible]হিসে প্ৰকৃত ধৰ্ম্ম সমস্ত লোকৰ॥
বেদৰ ৰহস্য সত্য শুনা মহামতি।
সত্যৰ ৰহস্য দম ধৰ্ম্ম গূঢ় অতি॥
দমৰ ৰহস্য ত্যাগ বেদৰ বচন।
ইসকল গুৰু শিষ্টাচাৰৰ লক্ষণ॥
ত্যাগ গুণ নাথাকিলে দম নাথাকয়।
দম নাথাকিলে সত্য ভয়ে দূৰ হয়॥
সত্যৰ সঙ্গতি বিনা বেদৰো নিষ্ফল।
হেন জানি সব গুণ ৰাখিব সজ্জন॥

গৰ্ব্ব অহঙ্কাৰে মত্ত আত্মশ্লাঘা বৰ।
সৰ্প তুল্য লোকে দেখি তাক কৰে দৰ ॥
নিজৰ প্ৰশংসা আৰু পৰনিন্দা নাই—।
এৰূপ সংসাৰে লোক নিমিলে সদাই ॥
মায়ায় আবৃত নৰ তত্ত্বজ্ঞান হীন।
সিকাৰণে দেখি সদা বাতুলৰ চিন ॥
পৰহিংসা পৰনিন্দাতেসে তৃপ্তিমন।
নিচিনে আপোন পৰ অজ্ঞান কাৰণ ॥
যদি অনুতাপ কৰে দুষ্কৰ্ম্ম আচৰি।
ভবিষ্যতে থাকে সদা মন স্থিৰ কৰি ॥
দানপূণ্য কৰে পূজে ইষ্ট গুৰুজন।
তেবে তাৰ সেহি পাপ হোৱয় মোচন ॥
দোষৰ আধাৰ লোভ পতনৰ ঘাই।
জানি সাধুজনে এড়ে তাক ভয় পাই ॥
অজ্ঞানী সকল মাত্ৰ তাত ৰত হয়।
পদে পদে তাৰ ফলে যাতনা ভুঞ্জয় ॥
অনন্তৰে শুনা কথা পাণ্ডুবংশধৰ।
পূৰ্ণ কথা শুনি হৰ্ষমনে মুনিবৰ ॥
ব্যাধক কৰিল প্ৰশ্ন শুনা জ্ঞানশালী।
সাধুতা লভয় নৰ কোন কৰ্ম্ম পালি ॥
কোনৰূপে মোৰ সেহি শক্তি লাভ হয়।
কৃপা কৰি কোৱা মোৰ গুচোক সংশয় ॥

দ্বিজৰ আগ্ৰহ দেখি ব্যাধ মহামতি।
ধীৰে ধীৰে নিবেদিল স্থিৰ কৰিমতি ॥
দান যজ্ঞ তপস্যাদি বেদ সত্য বল।
এহি পঞ্চ কৰ্ম্ম শিষ্টাচাৰৰ সম্বল ॥
কাম ক্ৰোধ লোভ মোহ দম্ভ অহঙ্কাৰ।
হিংসা দ্বেষ কপটতা আদি অত্যাচাৰ ॥
বশীভুত কৰি ৰাখে যিটো মহাজন।
এহি মোক্ষধৰ্ম্ম বুলি মানে সৰ্ব্বক্ষণ ॥
সেহিসব সাধু জানা মহা পূণ্যবান।
সিসব দৰ্শনে পাপ হোৱয় নিৰ্য্যান ॥
জানি শিষ্টগণে আক সদা প্ৰাণপণে।
যতনে আচৰি ধন্য হয় ত্ৰিভুবনে ॥
সাধু ব্যবহাৰে যত কৰ্ম্ম কৰে নৰ।
[illegible]হিসে প্ৰকৃত ধৰ্ম্ম সমস্ত লোকৰ ॥
বেদৰ ৰহস্য সত্য শুনা মহামতি।
সত্যৰ ৰহস্য দম ধৰ্ম্ম গূঢ় অতি ॥
দমৰ ৰহস্য ত্যাগ বেদৰ বচন।
ইসকল গুৰু শিষ্টাচাৰৰ লক্ষণ ॥
ত্যাগ গুণ নাথাকিলে দম নাথাকয়।
দম নাথাকিলে সত্য ভয়ে দূৰ হয় ॥
সত্যৰ সঙ্গতি বিনা বেদৰো নিষ্ফল।

নাস্তিক অসদাচাৰী পাপিষ্ঠ অজ্ঞান।
ইসবৰ সঙ্গ সদা এড়ে জ্ঞানবান ॥
জ্ঞানীৰ শুশ্ৰূষা কৰি ধৰ্ম্ম পথ ধৰি।
দুৰ্লঙ্ঘ্য সংসাৰ সিন্ধু সুখে যাই তৰি ॥
হিংসা শূন্য সত্য বৃত্তি হিত জগতৰ।
ইহাতেই ধৰ্ম্ম কৰ্ম্ম থাকে নিৰন্তৰ ॥
ন্যায় পথে স্বৰ্গপথ সদা সুখময়।
অসৎ কৰ্ম্মেই নৰ্ক জানিবা নিশ্চয় ॥
যাৰ শৰীৰত নাই ক্ৰোধ অহঙ্কাৰ।
কপট মাৎসৰ্য্য আৰু হিংসা অত্যাচাৰ ॥
ত্ৰিবিদ্যায় বিজ্ঞ যাৰ সৰল প্ৰকৃতি।
দেৱগুৰু অতিথিত নুগুছে ভকতি ॥
জিতেন্দ্ৰিয় সত্যবাদী সত্য পৰায়ণ।
ইসকল গুৰু শিষ্টাচাৰৰ ভূষণ ॥
ইসব গুণৰে যাৰ দেহ শোভা অতি।
সিসব সমৰ্থ হয় স্বৰ্গৰ বসতি ॥
বেদৰ বিহিত আৰু ধৰ্ম্ম শাস্ত্ৰ তত্ত্ব।
শিষ্টাচাৰ আদি তিনি শিষ্টগণ মত ॥
বিদ্যাগুণে অলঙ্কৃত যাহাৰ শৰীৰ।
স্নান দান কৰে তীৰ্থে যিটো ধৰ্ম্মবীৰ ॥
ক্ষমা দয়া সৰলতা শুদ্ধ সদাচাৰ।
সৰ্ব্বভুতে দয়া মনে হিংসা নাহি যাৰ ॥

সাধু সজ্জনত যাৰ অচলা ভকতি ।
শুভাশুভ বুজি কৰে কৰ্ম্মক্ষেত্ৰে গতি ॥
ন্যায়বান গুণবান পৰহিতে ৰত ।
সত্ পথাবলম্বী দাতা উদাৰ সতত ॥
দীনজন বন্ধু সৰ্ব্বকালে সমভাব ॥
সাধু জন প্ৰিয় যাৰ নিৰ্ম্মল স্বভাব ॥
ইসকল ইহকালে থাকি আনন্দত ।
পৰকালে সুখে স্থান পায় বৈকুণ্ঠত ॥
প্ৰাণান্তেও নিচিন্তয় পৰ অপকাৰ ।
শক্তিমতে দান সত্য ৰাখে আপোনাৰ ॥
এহি তিনি মূলধৰ্ম্ম বোলে সাধুগণ ।
যতনে ৰাখিবা আক কৰি প্ৰাণপণ ॥
ধৰ্ম্মতত্ত্ব কথা ইটো শুনা নৰচয় ।
যাহাৰ আশ্ৰয়ে লোক সংসাৰ তৰয় ॥
[illegible] সুখত মজি নুগুণি মৰণ ।
[illegible] কৰা কিকাৰণে অমূল্য জীৱন ॥
দুৰ্ল্লভ মানব জন্ম কত ভাগ্যে পাই ।
বৃথায় ইহেন কাল হাততে হৰাই ॥
জানি সৰ্ব্বজনে পূণ্যপথ সাৰ কৰি ।
সদা অভ্যাসিবা ৰঙ্গে দিবস শৰ্ব্বৰী ॥
হৃদয়ে হৰিক সদা ৰাখিবা যতনে ।
সুখে দুখে সঙ্গী যিটো জীৱন মৰণে ॥

তান্তবিনে প্রিয় কোনো নাই মনুষ্যৰ।
ৰামকৃষ্ণ বুলি কৰা সাৰ্থক জন্মৰ ॥

---

## দুলড়ি।

আত অনন্তৰে পৰম সাদৰে,
মাৰ্কণ্ডেয় মহাঋষি।
কথা সাৰোত্তৰ, প্ৰিয় জগতৰ,
বুলিল ৰঙ্গে হৰিষি ॥
শুনা যুধিষ্ঠিৰ কৰি মন স্থিৰ,
ব্যাধসুত অনন্তৰ।
ঋষিক বোলন্ত মোৰ কৰ্ম্ম যত
দেখি অতি গুৰুত্তৰ ॥
কিন্তু দ্বিজবৰ, বিধিবল ধৰ,
যেন কৰ্ম্ম ফল যাৰ।
নাহিকে সংশয়, ভুঞ্জিব নিশ্চয়,
নিবাৰিব সাধ্য কাৰ ॥
পূৰ্ব্ব কৰ্ম্ম মত ভুঞ্জো অতিৰত,
মনে মোৰ তৃপ্তি নাই।
সত পথ ধৰি, যাওঁ আক এড়ি,
চিন্তিছো সদা উপায় ॥
কিন্তু বিধিবাম পূৰ্ণ নোহে কাম,
কৰিব নোৱাৰো ত্যাগ।

সদা ধৈৰ্য্য ধৰি থাকো ৰঙ্গ কৰি,
ভুঞ্জিয়া কৰ্ম্ম বিপাক ॥
ভক্ষ মনুষ্যৰ উদ্ভিদ নিকৰ,
পশুপক্ষী মৎস্যগণ।
বিহিত বেদৰ আছে পূৰ্ব্বাপৰ,
তৃপ্তি পাৱে সৰ্ব্বজন ॥
কিন্তু তপোধনু যত প্ৰাণীগণ,
বিনা দোষে মৰা যায়।
স্নেহ নয়নৰে যদি দৃষ্টি কৰে,
ৰক্ষা পৰে সমুদাই ॥
সুখ দুখ জ্ঞান, সবাৰো সমান,
জীৱমানে সংসাৰৰ ॥
নিৰীহ জীবৰ স্নেহ শূন্য নৰ
বধ কৰে নিৰন্তৰ ॥
আপোনাৰ গাত কৰি অস্ত্ৰাঘাত,
যেহি মতে দুখ পায়।
সবাৰো সিমত কষ্ট শৰীৰত,
দেখা চিন্তা কৰি চায় ॥
সকলো জীবৰ, কৰি শ্ৰেষ্ঠতৰ,
দিয়া বল বুদ্ধি জ্ঞান।
ইটো জগতৰ, হিতাৰ্থে কৰিল
মনুষ্যক নিৰমাণ ॥

তান্তবিনে প্রিয় কোনো নাই মনুষ্যৰ।
ৰামকৃষ্ণ বুলি কৰা সাৰ্থক জন্মৰ ॥

---

# তুলড়ি।

আত অনন্তৰে পৰম সাদৰে,
মাৰ্কণ্ডেয় মহাঋষি।
কথা সাৰোত্তৰ, প্ৰিয় জগতৰ,
বুলিল ৰঙ্গে হৰিষি ॥
শুনা যুধিষ্ঠিৰ কৰি মন স্থিৰ,
ব্যাধসুত অনন্তৰ।
ঋষিক বোলন্ত মোৰ কৰ্ম্ম যত
দেখি অতি গুৰুত্তৰ ॥
কিন্তু দ্বিজবৰ, বিধিবল ধৰ,
যেন কৰ্ম্ম ফল যাৰ।
নাহিকে সংশয়, ভুঞ্জিব নিশ্চয়,
নিবাৰিব সাধ্য কাৰ ॥
পূৰ্ব্ব কৰ্ম্ম মত ভুঞ্জো অতিৰত,
মনে মোৰ তৃপ্তি নাই।
সত পথ ধৰি, যাওঁ আক এড়ি,
চিন্তিছো সদা উপায় ॥
কিন্তু বিধিবাম পূৰ্ণ নোহে কাম,
কৰিব নোৱাৰো ত্যাগ।

সদা ধৈৰ্য্য ধৰি থাকো ৰঙ্গ কৰি,
ভুঞ্জিয়া কৰ্ম্ম বিপাক ॥
ভক্ষ মনুষ্যৰ উদ্ভিদ নিকৰ,
পশুপক্ষী মৎস্যগণ ।
বিহিত বেদৰ আছে পূৰ্ব্বাপৰ,
তৃপ্তি পাৰে সৰ্ব্বজন ॥
কিন্তু তপোধনু যত প্ৰাণীগণ,
বিনা দোষে মৰা যায় ।
স্নেহ নয়নৰে যদি দৃষ্টি কৰে,
ৰক্ষা পৰে সমুদাই ॥
সুখ দুখ জ্ঞান, সবাৰো সমান,
জীৱমানে সংসাৰৰ ॥
নিৰীহ জীবৰ স্নেহ শূন্য নৰ
বধ কৰে নিৰন্তৰ ॥
আপোনাৰ গাত কৰি অস্ত্ৰাঘাত,
যেহি মতে দুখ পায় ।
সবাৰো সিমত কষ্ট শৰীৰত,
দেখা চিন্তা কৰি চায় ॥
সকলো জীবৰ, কৰি শ্ৰেষ্ঠতৰ,
দিয়া বল বুদ্ধি জ্ঞান ।
ইটো জগতৰ, হিতাৰ্থে কৰিল
মনুষ্যক নিৰমাণ ॥

সাত্বিক লোকৰ মাংস ভোজনৰ,
নাই কোনো প্ৰয়োজন।
সকলো জীৱত দেখিব ব্ৰহ্মক,
ইন্দ্ৰিয় কৰি দমন॥
প্ৰায় নৰচয় মোহে মুগ্ধ হৈ,
নিজ তৃপ্তি বাঞ্ছি মনে।
জীৱে দয়াধৰ্ম্ম এড়িয়া অধৰ্ম্ম,
আচৰয় সৰ্ব্বক্ষণে॥
এৰূপ আচাৰ, হৈলে তাসম্বাৰ,
পশু সমে ভেদ নাই।
বাঘ সিংহ সেন, আদি প্ৰাণী যেন,
ছল পালে ধৰি খাই॥
দয়া সম ধৰ্ম্ম পৰম উত্তম,
ধৰ্ম্ম নাই সংসাৰত।
যাৰ বলে নৰ এড়ি কলেৱৰ,
সুখে থাকে বৈকুণ্ঠত॥
অহিংসা পৰম, নৰৰ ধৰম
বেদে কয় মুনিবৰ।
ব্ৰহ্ম অংশী প্ৰাণী, দেখা মনে জানি
নাই একো ভিন্ন ভৰ॥
কিন্তু বেদবাণী বোলে সাধু জ্ঞানী,
যজ্ঞ শ্ৰাদ্ধে মাংস ভাল।

বিনা নিবেদনে কৰিলে ভক্ষণ,
আপোনাৰ আৰ্জ্জিকাল ॥
বেদ বিধি মত কৰি পশু হত,
যদি বোলে পাপ নাই ।
ঘাতক সবৰ অৰ্জ্জিত কৰ্ম্মৰ,
তথাপি হাত নেড়াই ॥
সুৰথ নৃপতি দেবী ভক্ত অতি,
নাই দ্বিজ তাত পৰ ।
লক্ষ বলি কৰি পূজি দিগম্বৰী
ধন্য হয় জগতৰ ॥ 
তাৰ ফলে ৰায় যম পুৰ পায়,
বলিৰ হয় সাক্ষাত ।
হাতে খাণ্ডা ধৰি, আসে ত্বৰা কৰি,
লক্ষে বুলি কাট কাট ॥
ভয়ত ৰাজাই, উপায় নাপাই,
দেবীক অৰ্চ্চিল মনে ।
তবু নৰপতি ভুঞ্জিল দুৰ্গতি,
বলি হাতে সেহিক্ষণে ॥
সকামী কৰ্ম্মৰ, জানা দ্বিজবৰ,
কোনো পূণ্যফল নাই ।
যেন সদাগৰ লোভত ধনৰ,
বাণিজ্যত তৃপ্তি পাই ॥

নিষ্কামী কর্ম্মত, শুভফল যত,
সদা পায় নরগণ।
সেহেতু সদাই হরিক ধিয়াই,
কার্য্য করো সমর্পণ ॥
আপোন স্বধর্ম্ম ভাবি মোক্ষকর্ম্ম,
রাখো সদা প্রাণপণে।
পূর্ব্ব কর্ম্মফল বুলি মহাবল,
থাকো অতি রঙ্গমনে ॥
এড়িলে স্বধর্ম্ম হোরয় অধর্ম্ম,
লোক নিন্দা সর্ব্বদায়।
স্বধর্ম্ম রাখিলে, মহাভাগ্য মিলে,
হেলায় হরিক পায় ॥
পাপ পুণ্যফল, ভুঞ্জয় সকল,
নহয় তার খণ্ডন।
ধর্ম্মশাস্ত্রে বিধি, আছন্ত নিরূপি,
চাই দেখা তপোধন ॥
স্বধর্ম্ম আচরি, দিবস শর্ব্বরী
সেহি জন্যে ঋষিরায়।
আছো চিরকাল, করি সমজ্ঞান,
সর্ব্বভুতে আত্মাপ্রায় ॥
দেরতা অতিথি, গুরুত ভকতি,
রাখো মনে নিরন্তর।

পৰ হিতে ৰত থাকো সাধ্য মত,
সত্য পথে দ্বিজবৰ ॥
হিংসা কপট নাহিকে মনত
নাই গৰ্ব্ব অহঙ্কাৰ ।
পৰনিন্দা বাদ, নাই ঋষিৰাজ
মনে মাত্ৰ হৰি সাৰ ॥
বোলে নৰগণ, অতি বিতোপন,
কৃষি কৰ্ম্ম জগতত ।
তাতো পাপ বৰ দেখা দ্বিজবৰ
কত হয় প্ৰাণী হত ॥
ধান্য আদি কৰি দেখা গুটি ধৰি,
সমুদায় প্ৰাণী মত ।
তাক যদি চায় মনুষ্যে নাখায়,
প্ৰাণৰক্ষা নপৰয় ॥
ফল বৃক্ষ লতা আদি যত দেখা
সকলোৰে আছে প্ৰাণ ।
জীবন মৰণ, যেন প্ৰাণীগণ,
দেখোতে সবে সমান ॥
চৈতন্য জীবৰ মাংস ভুঞ্জি নৰ,
যদিও তৃপিতি পাই ।
ভাবি আত্মাসম, কৰিলে বৰ্জ্জন,
তাৰ সম ধৰ্ম্ম নাই ॥

নিষ্কামী কৰ্ম্মত, শুভফল যত,
সদা পায় নবগণ।
সিহেতু সদাই হবিক ধিয়াই,
কাৰ্য্য কৰো সমৰ্পণ ॥
আপোন স্বধৰ্ম্ম ভাবি মোক্ষকৰ্ম্ম,
ৰাখো সদা প্ৰাণপণে।
পূৰ্ব্ব কৰ্ম্মফল বুলি মহাবল,
থাকো অতি ৰঙ্গমনে ॥
এৰিলে স্বধৰ্ম্ম হোৱয় অধৰ্ম্ম,
লোক নিন্দা সৰ্ব্বদায়।
স্বধৰ্ম্ম ৰাখিলে, মহাভাগ্য মিলে,
হেলায় হবিক পায় ॥
পাপ পূণ্যফল, ভুঞ্জয় সকল,
নহয় তাৰ খণ্ডন।
ধৰ্ম্মশাস্ত্ৰে বিধি, আছন্ত নিৰূপি,
চাই দেখা তপোধন ॥
স্বধৰ্ম্ম আচৰি, দিবস শৰ্ব্বৰী
সেহি জন্যে ঋষিৰায়।
আছো চিবকাল, কৰি সমজ্ঞান,
সৰ্ব্বভুতে আত্মাপ্ৰায় ॥
দেৱতা অতিথি, গুৰুত ভকতি,
ৰাখো মনে নিৰন্তৰ।

পৰ হিতে ৰত থাকো সাধ্য মত,
সত্য পথে দ্বিজবৰ ॥
হিংসা কপট নাহিকে মনত
নাই গৰ্ব্ব অহঙ্কাৰ ।
পৰনিন্দা বাদ, নাই ঋষিৰাজ
মনে মাত্র হৰি সাৰ ॥
বোলে নৰগণ, অতি বিতোপন,
কৃষি কৰ্ম্ম জগতত ।
তাতো পাপ বৰ দেখা দ্বিজবৰ
কত হয় প্রাণী হত ॥
ধান্য আদি কৰি দেখা গুটি ধৰি,
সমুদায় প্রাণী মত ।
তাক যদি চায় মনুষ্যে নাখায়,
প্রাণৰক্ষা নপৰয় ॥
ফল বৃক্ষ লতা আদি যত দেখা
সকলোৰে আছে প্রাণ ।
জীবন মৰণ, যেন প্রাণীগণ,
দেখোতে সবে সমান ॥
চৈতন্য জীবৰ মাংস ভুঞ্জি নৰ,
যদিও তৃপিতি পাই ।
ভাবি আত্মাসম, কৰিলে বৰ্জ্জন,
তাৰ সম ধৰ্ম্ম নাই ॥

কৰ্ম্ম ঈশ্বৰৰ বুজা গুৰুতৰ,
প্ৰাণীয়েই প্ৰাণীক খাই।
দেখা মৎস্যগণ, ভুঞ্জি জ্ঞাতিগণ,
পৰম আনন্দ পাই ॥
পশু পশু ধৰি খায় ৰঙ্গ কৰি,
পক্ষীৰ পক্ষী ভক্ষণ।
সিংহ ব্যাঘ্ৰচয়, আনন্দে ভুঞ্জয়,
আপোনাৰ পুত্ৰগণ ॥
হিংসা শূন্য প্ৰাণী নাই মহামানী,
দেখা চিন্তা কৰি চাই।
অজ্ঞানতো কত হয় জীব হত
ৰক্ষাৰ নাহি উপায় ॥
এহি ৰূপে নৰ পাপৰ হাতৰ
সমূলে কোনো নেড়ায়।
স্বধৰ্ম্ম আচৰি যদি ভজে হৰি
সবে পাপ নাশ যায় ॥
জানি নৰগণ, এড়ি আনমন;
সত্য ধৰ্ম্ম সাৰ কৰি।
জগত জীবন, দেৱ নাৰায়ণ,
ভজা হৃদয়ত ধৰি ॥
হৰিত বিনাই গতি নাই নাই,
জানি এড়া আন কাম।

ছিঙ্গি মোহ জৰি চিত্ত দৃঢ় কৰি
মুখে বোলা ৰাম ৰাম ॥

## পদ।

অনন্তৰে দয়াবশে মাৰ্কণ্ডেয় ধীৰ।
ৰাজাক বোলন্ত শুনা বাপু যুধিষ্ঠিৰ ॥
ঋষিক সাদৰি বোলে ব্যাধ মহামতি।
স্পৰ্শাস্পৰ্শ ভক্ষাভক্ষ শুনা যেন ৰীতি ॥
হিত অৰ্থে ভকতৰ পূৰ্ব্বে নাৰায়ণ।
নিজ মুখে ইটো কথা কৰিল বৰ্ণন ॥
সেহি কথা এক চিতে শুনা মুনিবৰ।
পৰম মধুৰ বাণী হৰিৰ মুখৰ ॥
বাসী পচা অৰ্দ্ধ সিদ্ধ আদি অন্নচয়।
ভুঞ্জিলে মানব জানা অধোগামী হয় ॥
পৰৰ আৰ্জ্জিত অন্নে কটায় জীবন।
হৰিৰ দ্ৰোহিয়া বুলি জানিবা সিজন ॥
ৰমণী সম্ভোগ কৰি অশুদ্ধ শৰীৰে।
কিবা ৰজস্বলা নাৰী স্পৰ্শ কৰি নৰে ॥
নতু মৰা শৱ দেখি নকৰিয়া স্নান।
হৰিক সেবিলে পায় নৰকত স্থান ॥
নীল কৃষ্ণবৰ্ণ কিবা লোহিত বসন।
পিন্ধিয়া যিজনে সেবে হৰিৰ চৰণ ॥

হৰি সেৱা সময়ত আন কথা কয়।
অস্পৃশ্য বস্তুক চুই স্নান নকৰয় ॥
বিৰক্তি ভাবৰে যিটো হৰিক ধিয়াই।
এই সব লোকে পায় নৰকত ঠাই ॥
অবিহিত পূণ্যকৰ্ম্মে যিটো দিয়ে মন।
সিসবে ভুঞ্জয় পাপ নাহিকে খণ্ডন ॥
হৰিৰ প্ৰতিমা আৰু শাস্ত্ৰ ভাগৱত।
অন্ধকাৰে পৰশিলে পৰয় পাপত ॥
বাসী বস্ত্ৰ পিন্ধি যিটো হৰি পূজা কৰে।
মনৰ নাথাকে স্থিৰ পাপ কৰ্ম্ম স্মৰে ॥
হৰি সেৱা বিনা যিটো কৰয় ভক্ষণ।
ভোজনান্তে সেৱে গৈয়া বিষ্ণুৰ চৰণ ॥
বস্তী চুই মূৰ্ত্তী স্পৰ্শ কৰে অনন্তৰ।
কিবা সুৰাপান কৰি বিষ্ণু পূজে নৰ ॥
দেৱ গুৰু নিদি কৰে নবান্ন ভোজন।
পৰবস্ত্ৰ পিন্ধি সেৱে হৰিৰ চৰণ ॥
তৈল ঘসি বিনা স্নানে মূৰ্ত্তী স্পৰ্শ কৰে।
ইসব পাতকী মুনি নৰকত পৰে ॥
দবা ভেৰী শব্দ বিনা হৰি মন্দিৰৰ।
দ্বাৰ উদ্ঘাটন কৰি বিষ্ণু পূজে নৰ ॥
গন্ধ পুষ্প নিদি যদি ধূপ কৰে দান।
ইসব লোকৰ হয় নৰকত স্থান ॥

আৰু শুনা ইন্দ্ৰিয়ৰ হুয়া ক্ৰীতদাস।
যি ভাবে বিপথে নৰ পূৰ্ণ কৰে আশ॥
পৰস্ত্ৰী ৰজস্বলা ৰমণী গমন।
দান দিয়া পুনঃ যিটো কৰয় গ্ৰহণ॥
প্ৰথমে গ্ৰহণ কৰি কামিনীক নৰ।
দ্বেষবশে এড়ে শেষে ক্ৰোধ ভয়ঙ্কৰ॥
সমাজত থাকি নিজ পৰ ভেদ কৰে।
কামাতুৰ হুয়া ভ্ৰাতৃ বন্ধু পত্নী হৰে॥
কোনো বস্তু ভাগ কালে নিজপৰ বাছে।
সভা মাজে পক্ষ হয় স্বাৰ্থ যাত আছে॥
এজনক দিম বুলি দুহিতা যিজন।
বাক্য এড়ি অন্য কৰে কৰে সমৰ্পণ॥
চতুৰ্দ্দশী আমা পূৰ্ণিমাদি অষ্টমীত।
সংক্ৰান্তিতো নাৰী সঙ্গ নকৰে স্খলিত॥
শ্ৰাদ্ধ দিনে উপবাসে কিবা ব্ৰত ধৰি।
ৰমণীৰ সঙ্গে বঞ্চে পাপ কৰ্ম্ম কৰি॥
গুৰুপত্নী পুত্ৰবধূ নৃপতিৰ ৰাণী।
বিধবা ব্ৰাহ্মণ পত্নী আৰু মাতুলানী॥
ইসব গমনে যিটো হয় আনন্দিত।
চুৰি হিংসা কৰি যাৰ শান্ত হয় চিত॥
ব্ৰত ত্যাগী ধৰ্ম্ম ত্যাগী সুৰাপায়ীগণ।
ইসকল মহাপাপী বোলে সাধুজন॥

ইসব বিচাৰি যিটো কৰে ব্যবহাৰ ।
সিজন হৰিৰ প্ৰিয় দ্বিজৰ কুমাৰ ॥
ধৰ্ম্মতত্ত্ব পদ ইটো শুনা সৰ্ব্বজন ।
পূণ্যপথ এড়ি কাৰো নাহিকে তৰণ ॥
জানি দৃঢ়মনে সবে ধৰ্ম্ম সাৰ কৰা ।
অসৎ প্ৰবৃত্তি যত দূৰে পৰিহৰা ॥
চিৰকাল বন্ধু বিষ্ণুপদ হৃদে ধৰি ।
আনন্দেৰে সৰ্ব্বজনে বোলা হৰি হৰি ॥৭০

## পদ ।

অনন্তৰে ধৰ্ম্মৰক্ত মৃকণ্ডু নন্দন ।
নৃপতিক চাই পুনঃ বুলিল বচন ॥
শুনা বাপু ধৰ্ম্মৰাজ পাণ্ডুকুল পতি ।
অনন্তৰে বোলে কিবা ব্যাধ মহামতি ॥
ঋষিক বোলন্ত ব্যাধসুত অনন্তৰ ।
নৰৰ পতন পথ শুনা দ্বিজবৰ ॥
অনেক বিষয়ে মত্ত অহঙ্কাৰীগণ ।
বীৰদৰ্পে জগতক কৰে তৃণসম ॥
কোনো বোলে মোৰ সম আছে কোন জন ।
বিদ্যাবুদ্ধি বলে মই অতি বিচক্ষণ ॥
কোনো বোলে ক্ষমতায় মোৰ সম নাই ।
কোনো বোলে মোৰ কীৰ্ত্তি ঘোষে ঠাই ঠাই ॥

কোনো বোলে ময় বৰ বংশ মৰ্য্যাদাত ।
কোনো বোলে মোকে খাটে লোক অসংখ্যাত ॥
কোনো বোলে নাই মোৰ সম ধন ধান ।
কোনো বোলে সৰ্ব্বলোকে কৰে মোক মান ॥
কোনো বোলে জ্ঞানধৰ্ম্মে মোৰ সম নাই ।
কোনো বোলে আছো ময় ধৰ্ম্মতে সদাই ॥
কোনো বোলে কাক ময় কৰিবোহো মান ।
বলে বীৰ্য্যে কোন আছে আমাৰ সমান ॥
কোনো বোলে ময় বৰ ৰাজাৰ কিঙ্কৰ ।
কোনো বোলে স্বাধীনতা মোৰ মান্যবৰ ॥
কোনো বোলে তীৰ্থস্নানি পৃথিবী ভিতৰ ।
দান পূণ্য কৰি আমি আছো বহুত্তৰ ॥
কোনো বোলে কুলে নাই আমাসাত বৰ ।
সিকাৰণে মানে মোক লোক নিৰন্তৰ ॥
যাৰ যত শক্তি বল ঐশ্বৰ্য্য বিভূতি ।
হৰিৰ কৃপায় লভি হোৱয় বিশ্রুতি ॥
আপোনাৰ বল বীৰ্য্য আপুনি বখানে ।
হৰিৰ কৰুণা বুলি কাচিতো না মানে ॥
সিসবৰ শুনি হেন বৃথা অহঙ্কাৰ ।
মনে মনে হাস্য কৰে জগত আধাৰ ॥
অসহ্য কৰ্ম্মক যেবে পূৰ্ণ কৰে নৰ ।
সেহিবেলা গৰ্ব্বচুৰ কৰে দামোদৰ ॥

হিৰণ্যকশিপু বীৰ দীতিৰ নন্দন।
যাহাৰ প্ৰতাপে কাম্পে ইতিনি ভুবন॥
গোব্ৰাহ্মণ সন্ত সাধু সুৰগণ যত।
পীড়িলেক পাপমতি তেজৰ বলত॥
সবাকো কৰিলে জয় বলে মহাবল।
দৰ্পহাৰী বিভু তাৰ দিলে প্ৰতিফল॥
ভূবন বিজয়ী বীৰ লঙ্কাৰ ৰাৱণ।
যাৰ নাম শুনি কাম্পে সুৰাসুৰগণ॥
দেৱতা গণকো আনি কৰিল কিঙ্কৰ।
তেজ বলে পাপ পূণ্য নামানে বৰ্ব্বৰ॥
ৰামৰ ভাৰ্য্যাকো হৰি নিলে ৰক্ষপতি॥
ৰামায়ণ চাই দেখা তাহাৰ দুৰ্গতি॥
ৰাজ চক্ৰবৰ্ত্তী বীৰ সিংহ শিশুপাল।
হৰিকো নামানে যাৰ বিক্ৰম বিশাল॥
মনুষ্যক জিনিলেক তেজৰ বলত।
বিষ্ণুৰ হাতত তাৰ বুদ্ধি ভৈল হত॥
মহা অভিমানী দেখা কুৰুকুল পতি।
বলৰ দৰ্পত যাৰ ছন্ন ভৈল মতি॥
দেৱ দ্বিজ গুৰু বাক্য কৰি অনাদৰ।
শেষফল শুনি আছা কৌৰৱগণৰ॥
এই যত ৰাজাগণ বীৰেন্দ্ৰ কেশৰী।
তাসম্বাৰো গৰ্ব্বচুৰ কৰিলন্ত হৰি॥

বৃথা অভিমান হীন বীৰ্য্য মনুষ্যত্ব।
হৰিৰ কটাক্ষে হোৱে ক্ষণেকে অন্তৰ॥
হৰিৰে সে অংশীভুত যত প্ৰাণীগণ।
ঘৃণাকৰা সিসবক অধৰ্ম্ম লক্ষণ॥
মূৰ্খ নাথাকিলে শোভা না পাই বিদ্বান।
নিৰ্ধনী নহলে ধনী ক'ত পায় মান॥
অজ্ঞানী নহলে জ্ঞানীক কোনে গণ্য কৰে।
দুৰ্ব্বলী নহলে বলীৰ নাম কোনে স্মৰে॥
এহি মতে উচ্চ নীচ ভাগ ভাগ কৰি।
পালিছে সংসাৰ হৰি নিৰাপদ কৰি॥
নীচ বুলি ঘৃণা যদি কৰে উচ্চ জনে।
তাৰ বিনে অঙ্গহীন ভাবি চোৱা মনে॥
নীচ নাথাকিলে উচ্চ জানিবা অসাৰ।
জীৱ হীন দেহ যেন মনুষ্য আকাৰ॥
বিচাৰিলে বৰ সৰু অঙ্গ শৰীৰৰ।
নিবিচাৰি আপোনাকে দেখে ভিন্নপৰ॥
যদিও নিকৃষ্ট অঙ্গ দেহৰ চৰণ।
তথাপি নহলে সিও বিফল জীবন॥
একে শৰীৰতে লগা অঙ্গ সমুদাই।
তুচ্ছ কৰি বৰ হোৱা কোনো ফল নাই॥
চৰণৰ কৰ্ম্মকৰা অসমৰ্থ শিৰ।
মুণ্ডৰ কৰ্ম্মতো পদ দেখি চক্ষু স্থিৰ॥

হস্তৰ কৰ্ম্মত যদি শ্ৰেষ্ঠ অঙ্গ জানি।
মস্তক নিযুক্ত কৰা সমাদৰে আনি॥
নাম মাত্ৰ বৰ তাৰ সেহি গুণ নাই।
লৌহৰ কৰ্ম্মত মুক্তা যেন শোভা পাই।
হীৰা মুক্তা শ্ৰেষ্ঠ ধাতু সবাৰ আদৰ।
কৰ্ম্মভেদে সিও হয় অকৰ্ম্মন্য বৰ॥
কাৰ্য্য বুজি সবে উচ্চ সবে নীচ হয়।
বিবেক আশ্ৰয়ে সিটো গুছয় সংশয়॥
যাৰ যত শক্তি বল কৃপা ঈশ্বৰৰ।
তাহাৰ কটাক্ষে হয় ক্ষণেকে অন্তৰ॥
তাহাতে প্ৰমত্ত হুয়া বলৰ দৰ্পত।
অবোধ মানবগণ উন্মত্ত সতত॥
ছাঁয়া পুতলাক যেন আনি বাজীকৰ।
কৃত্ৰিম ভঙ্গিত মন মোহে মানবৰ॥
হৰিবেসে ছাঁয়া বাজী নশ্বৰ জগত।
অনুমাত্ৰো স্থিৰ নাই নাভাবে মনত॥
হৰিৰ সাধনা সিদ্ধ জানি তপোধন।
মনেকৰা অহঙ্কাৰ তুমি একজন॥
তোমা হৈতে শক্তিশালী আছে বহু নৰ।
প্ৰথমে প্ৰমান পালা সতীৰ তেজৰ॥
দ্বিতীয়ত অধমৰো ব্যবস্থা শুনিলা।
শামুকেও জন্মে মুক্তা শ্ৰীহৰিৰ লীলা॥

অহঙ্কাৰ মহাশত্ৰু মূল পতনৰ ।
সকলোৱে তাঙ্ক দেখি হোৱয় অন্তৰ ॥
দান পূণ্য কৰি কৰে লোকত প্ৰচাৰ ।
সকলো বিফলে যায় তাৱক্ষণে তাৰ ॥
এই অৰ্থে শুনা এক পূৰ্ব্ব ইতিহাস ।
তোমাৰ আগত মুনি কৰিবো প্ৰকাশ ॥
অতি ধৰ্ম্মশালী হৰিশ্চন্দ্ৰ মহাৰাই ।
যাহাৰ পূণ্যৰ কীৰ্ত্তি ব্যাপিত ধৰায় ॥
প্ৰজায়ে সহিতে সিটো অযোধ্যা নগৰ ।
স্বৰ্গপুৰে পূণ্যবলে নিলে নৃপবৰ ॥
হেন ধৰ্ম্মৱন্ত ৰাজা নাৰদ বচনে ।
বখানিলে নিজ পূণ্য নাভাবিয়া মনে ॥
সেহি দোষে স্বৰ্গ হৈতে আসিয়া সমস্ত ।
মধ্যস্থলে ৰহিলেক হুয়া পূণ্য হত ॥
এহিমতে দৰ্পচূৰ কৰে দয়াময় ।
নাজানি অজ্ঞানী তবু দিনে অন্ধ হয় ॥
মহাকালে ধৰি খঙ্গে হাতত সদাই ।
টানিয়াছে মনুষ্যক দিন খেণ চাই ॥
কালৰ অধীন হেন মনুষ্য সবৰ ।
অভিমান কৰা বৃথা সমস্তে নশ্বৰ ॥
উদ্ধৱ সংবাদে হৰি জগত নিবাস ।
ভক্তিৰ ৰহস্য তত্ত্ব কৰিলা প্ৰকাশ ॥

সমস্ত ভূতত মই আছো বৰ্ত্তমান।
সবাকো তুষিবা সখী কৰি বিষ্ণুজ্ঞান॥
হেনতত্ত্ব পাছ কৰি অবিবেকী নৰ।
আপোন মহত্ব দেখাই বোলাবয় বৰ॥
হৰিৰ মায়ায় মন মুগ্ধ তাসম্বাৰ।
সিহেতু আপুনি দ্রোহ চিন্তে আপোনাৰ॥
পৃথিবী ভিতৰে যিটো নৰৰ মধ্যত।
অতি গুণৱন্ত নাই বিদ্বেষ মনত॥
একৰ ক্ষমতা গুণে শত শত নৰ।
মহাশান্তি লভি সুখে বঞ্চে নিৰন্তৰ॥
সৎকৰ্ম্মই মাত্র যাৰ জীবনৰ ব্ৰত।
আপোনাৰ মত স্নেহ সমস্ত লোকত॥
নিজৰ প্ৰাণকো তুচ্ছ কৰি যি সৱৰ।
পৰোপকাৰ হেতু মন হয় অগ্ৰসৰ॥
সৰ্ব্ব শ্ৰেষ্ঠ ইসকল পৃথিবীৰ তৰী।
সাৰ্থক কৰিল পৃথিবীত জন্মধৰি॥
সুগন্ধি কুসুম যেবে হয় প্ৰস্ফুটিত।
মন প্ৰাণ সকলোৰে কৰে আমোদিত॥
বুজিবৰ অৰ্থে সুগন্ধিতা গুণতাৰ।
লোকত প্ৰকাশ কৰা বিড়ম্বনা সাৰ॥
ধৰ্ম্মতত্ত্ব পদ ইটো শুনা সৰ্ব্বজন।
মূঢ়ে বিৰচিলো হৰিপদে ৰাখিমন॥

বঢ়া টুটা যত দোষ আছয় আমাৰ।
মূৰ্খবুলি ক্ষমি মোক কৰিবা নিস্তাৰ॥
পৰোপকাৰ মহাধৰ্ম্ম অপকাৰ পাপ।
অহঙ্কাৰে অধোন্নতি জন্মাই সন্তাপ॥
সকলোকে আদৰিবা বুলি আপোনাৰ।
হৰিৰে সে অংশী জীব জানি শাস্ত্ৰ সাৰ॥
তাহাৰে সে পুত্ৰ নাতী আমি নৰ যত।
অজ্ঞানতা হেতু লোকে দেখে নানা মত॥
পিতা মাতা ভাই বন্ধু সন্তান সন্ততি।
সবে মিলি কৰা তাস্ত একান্ত ভকতি॥
পৰম দয়ালু হৰি জগত ঈশ্বৰ।
সামান্য সেৱাতে তুষ্ট হৈব সন্তানৰ।
দাস বুলি কৃপা যদি কৰে কৃপাময়।
ব্ৰহ্মাৰো দুৰ্ল্লভ পদ লভিবা নিশ্চয়॥
হেন জানি সৰ্ব্বজনে এড়ি আন মতি।
এক মনে কৰা হৰি চৰণত ৰতি॥
শৰীৰৰ দুষ্ট ৰীপু সবে দূৰ কৰা।
মুখে হৰি হৰি বুলি ভবসিন্ধু তৰা॥

## পদ।

মাৰ্কণ্ডেয় বোলে শুনা পাণ্ডুকুল পতি।
অনন্তৰে কি বুলিল ব্যাধ মহামতি॥

কৌশিকক চাই পুনঃ বোলে প্ৰিয়বাণী ।
বিপৰীত ধৰ্ম্মকথা শুনা মহামানী ॥
দেখোতে ধৰ্ম্মৰ গতি অতি সূক্ষ্মতৰ ।
শাখা প্ৰশাখায় তাৰ পূৰ্ণ কলেৱৰ ॥
প্ৰাণৰ শঙ্কট আৰু বিবাহ সময় ।
সেহি বেলা মিথ্যা সত্যে পৰিণত হয় ॥
কৰ্ম্ম ভেদে মিথ্যা পূণ্য সত্যে পাপ ঘটে ।
বিবেক আশ্ৰয় কৰি থাকিব সততে ॥
সত্য মিথ্যা যিটো নৰে কৰিয়া বিচাৰ ।
ধৰ্ম্মপথ স্থিৰ কৰে দ্বিজৰ কুমাৰ ॥
সি সি জন লোক মাজে মাননীয় হয় ।
বিপৰীত ধৰ্ম্মতত্ত্ব বুজা বৰ ভয় ॥
কোনো জনে তপ জপ দান যজ্ঞ কৰি ।
তথাপি নাপাই অতি দুখ ভুঞ্জে মৰি ॥
নকৰিয়ো ধৰ্ম্মবাঞ্চা ব্যাধ ক্ৰূৰমতি ।
হিংস্ৰ জন্তু বধ হেতু পায় অব্যাহতি ॥
জীৱৰ কল্যাণ চিন্তা ক্লেশ নিবাৰণ ।
মনুষ্য জন্মৰ এই মুখ্য প্ৰয়োজন ॥
পৰধন লভিবৰ আশাত তস্কৰ ।
যদি পুছে কাকো দেখি কৰি সমাদৰ ॥
এস্থলে থাকিব নৰ ধৰি মৌন ভাব ।
যদ্যপি দুৰ্ম্মতি তাত নকৰে সম্ভাত ॥

কহিবেক মিথ্যা হেন স্থলে নৃপবৰ ।
নাহি পাপ কিছু তাত বিহিত শাস্ত্ৰৰ ॥
তথাপি সন্দেহ যদি হয় তাসম্বাৰ ।
বিশ্বাস জন্মাব তাত কৰি অঙ্গীকাৰ ॥
এৰূপ কৰিও যদি হয় পৰহিত ।
কৰিবেক হেন পাপে নাপাই কিঞ্চিৎ ॥
চোৰ শঠ হিংসক পাপীষ্ঠ অনাচাৰী ।
নিন্দুক নিৰ্দ্দয় ক্ৰোধী লোভী অহঙ্কাৰী ॥
যদিও নৰৰ থাকে সম্পতি অপাৰ ।
তবু ইস্বৰ দান জানিবা অসাৰ ॥
পৰৰ সম্পতি আৰু ধৰ্ম্ম ৰক্ষা তৰে ।
কহিবেক মিথ্যা তাত পাপ নাহি ধৰে ॥
ধৰ্ম্ম বিপৰীত যিটো কৰ্ম্ম আচৰয় ।
তাক নকৰিলে দণ্ড পূণ্য হৱে ক্ষয় ॥
দুৰ্জ্জনৰ সঙ্গ নকৰিব বিজ্ঞ নৰ ।
আপুনিও নাশ হয় সঙ্গে সিসবৰ ॥
নিৰ্ব্বোধ গণক সদা পুৰুষাৰ্থ কৰি ।
দিব ধৰ্ম্ম উপদেশ গৰ্ব্বদূৰ কৰি ॥
নিৰ্ব্বোধ ইন্দ্ৰিয়াসক্ত বিচাৰ ৰহিত ।
এই সব লোক জানা পশুতো অধিক ॥
ইসবক শাস্তি দিলে কোনো দোষ নাই ॥
স্বকৃত পাপৰ হেতু সবে দুখ পাই ॥

এক অৰ্থে ক্লেশ যদি পায় বহুজন।
নাই কিছু পাপ তাক কৰিলে নিধন॥
মহাপূণ্য পাৱে সিটো প্ৰাণী বধ কৰি।
পৰজন্মে গতি লভে সংসাৰ নিস্তৰি॥
এই অৰ্থে শুনা এক ৰহস্য পূৰ্ব্বৰ।
বনত আছিল এক ব্যাঘ্ৰ ভয়ঙ্কৰ॥
বৃদ্ধকালে তাৰ দুই চক্ষু অন্ধ হয়।
নোৱাৰি ধৰিব পশু নিৰাহাৰে ৰয়॥
উপায় বিহীন হুয়া শাৰ্দ্দুল তথায়।
জীবন ৰক্ষাৰ অন্য চিন্তিলে উপায়॥
সেহিবনে পথ এক আছে চাকুন্তৰ।
সমাগম কৰে তাত লোক নিৰন্তৰ॥
তাৰ কাষৰত ব্যাঘ্ৰ থাকে লুকাইয়া।
শব্দ গন্ধ দুই বন্ধু আশ্ৰয় কৰিয়া॥
আসিলে মনুষ্য ধৰি কৰয় ভক্ষণ।
এহিমতে অবিৰত খায় লোকগণ॥
দৈব বশে এক দিন ব্যাধ তথা যায়।
গন্ধ পাই আসে ব্যাঘ্ৰ দেখিবাক পায়॥
দূৰহন্তে লক্ষ্য কৰি ব্যাধ সেহিক্ষণ।
শৰঘাৰে বধিলন্ত ব্যাঘ্ৰৰ জীবন॥
নৰঘাতী শাৰ্দ্দুল নিধনে ব্যাধবৰ।
পাপ গুচি হয় তাৰ শুদ্ধ কলেবৰ॥

অন্তকালে এড়ি সিটো মানব জীবন।
সেহি পূণ্যে পাইল গৈয়া অমৰ ভুবন॥
পাপ পূণ্য যত কিছু কৰে লোকচয়।
সেহিৰূপে ফল ভোগ তাসন্বাৰ হয়॥
কোনোজনে বিপদৰ সময় অপাৰ।
ঈশ্বৰক দোষী কৰি কৰে তিৰস্কাৰ॥
কিন্তু মূৰ্খ নুবুজয় নিজ কৰ্ম্মফল।
যেন খেতি নকৰিলে অন্নৰ বিকল॥
মুনি বোলে জগতত মনুষ্য নিচয়।
কোন গুণে উচ্চ নীচে জনম লভয়॥
কোন হেতু পাপী কিম্বা পুণ্যৱন্ত হয়।
সবিশেষ কোৱা মোৰ গুছুক সংশয়॥
ব্যাধে বোলে সেহি কথা শুনা মুনিবৰ।
জন্মধৰি সংসাৰত কৰ্ম্ম ফলে নৰ॥
পুণ্যকৰ্ম্ম কৰি উচ্চ কুলে জন্ম পায়।
অধৰ্ম্মৰ ফলে নৰ নীচ পথে ধায়॥
শৃগাল কুকুৰ গৰু হৰিণ শূকৰ।
কীট পতঙ্গম আদি প্ৰাণী জগতৰ॥
কৰ্ম্মফলে সকলোৰ জন্ম নৰে পায়।
কতনো নিকাৰ তাৰ সীমা সংখ্যা নায়॥
কৰ্ম্মফলে পাষণ্ডৰ সঙ্গ নৰে লয়।
বিবেক আশ্ৰয়ে কৰ্ম্ম বন্ধন তৰয়॥

জন্ম জৰা মৰণৰ তিনি দুখে নৰ।
জন্মে জন্মে কত শাস্তি ভোগে নিৰন্তৰ ॥
সেহি হেতু পুনঃ জন্ম সাধু জ্ঞানীগণে।
নবাঞ্চয় কোনো কালে বিভুৰ চৰণে ॥
যাক আমি সদা সুখী বুলি কৰো জ্ঞান।
তেওঁৰো নাই কিছু সুখ কৰিলে সন্ধান ॥
মনুষ্য জীৱন ইটো কৃতান্ত ভুবন।
নাহি আত কিছু শান্তি থাকে যতক্ষণ ॥
কেৱল যি সব নৰ পূণ্যৱন্ত অতি।
হৰিৰ চৰণে ৰাখে একান্ত ভকতি ॥
সি সকল মহন্তৰ শোক দুখ নাই।
হৰি প্ৰেমে সংসাৰৰ সন্তাপ এড়াই ॥
পাপত পাপীৰ পাপ দিন বৃদ্ধি হয়।
যেনে কৰ্ম্ম তেনে ফল লভে দুৰাশয় ॥
ধৰ্ম্মে ধাৰ্ম্মিকৰ মতি বাঢ়ে নিতে নিত।
ইহ পৰকালে সুখ ভুঞ্জে অপ্ৰমিত ॥
তিনিগুণে গুণী লোক জগত ভিতৰ।
সবাৰো লক্ষণ কওঁ শুনা মুনিবৰ ॥
নিৰ্ব্বোধী ইন্দ্ৰিয়াসক্ত বিচাৰ ৰহিত।
নিদ্ৰাশীল মোহে মুগ্ধ অতি ৰোষান্বিত ॥
আৰু এলাহৰ দাস যত লোকগণ।
ইসকল তমোগুণী অতি নীচজন ॥

ইচ্ছা অতি বলবৎ অভিমানো বৰ।
আপুনি মহত বুলি গৰ্ব্ব নিৰন্তৰ॥
নিজে সাধু বুদ্ধি বলে ভাবে বিচক্ষণ।
আপোনাক এড়ি তুচ্ছ কৰে সৰ্ব্বজন॥
ইসকল গুণে যাক কৰে অধিকাৰ।
তাকে বোলে ৰজোগুণী পৃথিবীৰ ভাৰ॥
সকলোৰ প্ৰিয় যিটো হিংসা দ্বেষ নাই।
বিষয়ে নিৰ্লিপ্ত থাকে মন সৰ্ব্বদাই॥
ক্ৰোধ গৰ্ব্ব নাই মনে ক্ষমতা প্ৰবল।
দাতাৰন্ত যাৰ মন অত্যন্ত সৰল॥
ইসকল গুণে যাৰ দেহ সুশোভিত।
সেহিজন সত্বগুণী জগত পূজিত॥
সেহি পথ ধৰি ধৰ্ম্মৰন্ত সাধুজন।
শান্তভাবে কৰে সুখে জীৱন যাপন॥
যেহি ভাবে ক্লেশ কাৰো নহয় মনত।
সেহি মতে আৰ্জ্জে সাধু জীবিকা সতত॥
ধৰ্ম্মক আশ্ৰয় কৰি সাধু নিৰন্তৰ।
কৰে ধন উপাৰ্জ্জন জানা মুনিবৰ॥
সেহি অৰ্থ মাত্ৰ পূণ্য কৰ্ম্মে কৰে ব্যয়।
সিজন মহাত্মা মুনি কৰিবা প্ৰত্যয়॥
লিপ্ত নোহে কোনো মন্দ কৰ্ম্মে যাৰ মন।
বিষয় সম্ভোগ যিটো দেখে পণ্ডশ্ৰম॥

কোনো কালে নেড়ে যিটো ধৰ্ম্ম আপোনাৰ।
নশ্বৰ জানিয়া মায়া কৰে পৰিহাৰ ॥
সিজন জানিবা মুনি পূণ্য কৰ্ম্মফলে।
তপ জপ যজ্ঞ ফল পাই অবহেলে ॥
ইন্দ্রিয় কৰিলে জয় তপঃসিদ্ধ হয়।
কু প্ৰবৃত্তি এড়ি জীব দেখে ব্ৰহ্মময় ॥
ইন্দ্রিয় সংযমে নৰ স্বৰ্গ লোক পায়।
অজিত ইন্দ্রিয় ক্ৰমে নীচ পথে ধায় ॥
ইন্দ্রিয়ক যিটো বশ্য ৰাখে প্ৰতি নিত।
সেহিজন পাপে লিপ্ত নোহে কদাচিত ॥
ক্ৰোধৰন্ত মনুষ্যৰ তপঃসিদ্ধ নয়।
অহঙ্কাৰে আবৰিলে ধৰ্ম্ম নাপাৱয় ॥
লজ্জা ভয় যদি থাকে নোহে বিদ্যা লাভ।
মত্তজনে নাপাৱয় আত্মাৰ সাক্ষাত ॥
অতএব এসকল দোষ সাধুগণ।
এড়িবেক অতি যত্নে সদা সৰ্ব্বক্ষণ ॥
মাৰ্কণ্ডেয় বোলে শুনা পাণ্ডুৰ নন্দন।
এহিমতে ধৰ্ম্ম ব্যাধ মুনিৰ সদন ॥
আদি অন্ত নিবেদিল ধৰ্ম্ম তত্ত্বচয়।
বেদ পুৰাণৰ সাৰ সুধা সমুদয় ॥
শুনি দ্বিজে ধন্য বুলি প্ৰশংসিল বৰ।
ধৰ্ম্ম শাস্ত্রে বিজ্ঞ তুমি সংসাৰ ভিতৰ ॥

ব্যাধে বোলে যেহিমতে পাইলো ইটো জ্ঞান ।
সবিশেষ দেখা মুনি কৰিয়া সন্ধান ॥
পিতা মাতাৰ সেৱা বলে মোৰ জ্ঞান বল ।
অভ্যন্তৰে যাওঁ আহা দেখাওঁ সকল ॥
ব্যাধৰ বচনে মুনি গৈয়া অভ্যন্তৰ ।
দেখে সুৰপুৰী সম তান বাড়ী ঘৰ ॥
গৃহমাজে ৰমণীয় দ্ৰব্য যত যত ।
আসন বসন শয্যা শোভে নানা মত ॥
সুগন্ধি চন্দন আদি গন্ধ দ্ৰব্যচয় ।
প্ৰবেশ মাত্ৰকে মন মোহিত কৰয় ॥
তথায় ব্যাধৰ পিতা মাতা ৰঙ্গ মনে ।
শুক্লবস্ত্ৰ পিন্ধি আছে বসিয়া আসনে ॥
পৰম ভকতি ভাৱে বিভুগুণ গাই ।
হৰি প্ৰেমে মগ্ন দুয়ো বাতুল পৰাই ॥
জনক জননী দেখি ব্যাধ ততক্ষণ ।
ভক্তিভাৱে কৰে ৰঙ্গে চৰণ বন্দন ॥
আশীৰ্ব্বাদ কৰি দুয়ো বচন বোলয় ।
গুণমণি পুত্ৰ বাপু হোক তোৰ জয় ॥
মঙ্গল কৰোক তোৰ বিভু নিৰন্তৰ ।
উঠা পুতা পূৰ্ণ হৌক বাঞ্ছিত মনৰ ॥
তোমাৰ সেৱাত আমি সদা আনন্দিত ।
দেৱতো অধিক জ্ঞানে পালা প্ৰতিনিত ॥

কায়মনোবাক্যে তুমি আমাৰ সেৱাত ।
কৰিছা পৰম যত্নে দিন অতিপাত ॥
জানিয়াছো আমাসাৰ পূৰ্ব্ব ভাগ্যফলে ।
তুমি হেন সুপুত্ৰ লভিলো কৌতুহলে ॥
দীৰ্ঘজীবি হৈ বাপু সত্য ধৰ্ম্মপালি ।
থাকা সুখে পুত্ৰ ভাৰ্য্যা সমে জ্ঞানশালী ॥
যেন ৰঘুপতি ৰাম কমল লোচন ।
যেন পৰশুৰাম বীৰ ৰেণুকা নন্দন ॥
আশ্চৰ্য্য কৰিল ভক্তি পিতা মাতা নিতে ।
সেহিমতে তুমি সেবি আছা একচিতে ॥
জ্ঞানী মাজে শ্ৰেষ্ঠ তুমি পুত্ৰ শুভানয় ।
পৰম সৌভাগ্যে পাইলো তোমাক তনয় ॥
তুমি সুপুত্ৰৰ গুণে বংশ সমে আমি ।
কৰিয়া উদ্ধাৰ পাইবো ত্ৰিজগত স্বামী ॥
এহিমতে দুয়োজনে কৰে সাধুবাদ ।
অনন্তৰে ব্যাধে ৰঙ্গে লগাইলেক মাত ॥
এই যে দেখিছা সঙ্গে জনক জননী ।
কৌশিক ইহান নাম দ্বিজকুলমণি ॥
দৰ্শনাৰ্থে আসিয়াছে আমাসাৰ স্থান ।
পৰমতেজস্বী ঋষি অতি জ্ঞানবান ॥
শুনি দুয়োজনে গৈয়া দণ্ডৱত কৰি ।
কৰিল সন্মান কৌশিকৰ মনপুৰি ॥

জিজ্ঞাসিল পৰস্পৰ কুশল সবাৰ।
অতি প্ৰীতি পাইল ঋষি ভক্তিত দোহাৰ ॥
মনে মনে ভাবে দ্বিজে জ্ঞানী দুয়োজন।
ভালেতো লভিল ব্যাধ অত জ্ঞানধন ॥
সেহি বেলা বোলে ব্যাধে শুনা মুনিবৰ।
এই মোৰ পিতামাতা অতি মৰমৰ ॥
দেৱ হেন মানি ময় দিবস ৰজনী।
একচিতে কৰো সেবা সদা দ্বিজমণি ॥
যিমতে দেৱক সেৱা কৰে লোকগণ।
সেহিমতে সেৱো মই দুহানো চৰণ ॥
দেৱৰ পূজায় যেন ব্ৰাহ্মণৰ ৰতি।
স্বামীৰ চৰণে যেন সতী ৰাখে মতি ॥
প্ৰকৃত ভকতে যেন হৰিত বিনায়।
নাৰাখিয়া অন্যেমতি তাকে সে ধিয়ায় ॥
পিতা মাতা বিনে সেইৰূপে মোৰ মন।
নহয় অন্তৰ মুনি সদা সৰ্ব্বক্ষণ ॥
ব্ৰাহ্মণ যিমতে দেৱ পূজা হেতু সদা।
সংগ্ৰহ কৰিয়া আনে দ্ৰব্য যথা তথা ॥
ময়ো সেহিমতে আনি দ্ৰব্য সমুদায়।
ইচ্ছামতে কৰো পূজা শক্তি অনুযায় ॥
ভাৰ্য্যা পুত্ৰ আদি যত গৃহ পৰিজন।
সকলোয়ে সেবাকৰে দুহানো চৰণ ॥

শুনা দ্বিজ মই নিজে থাকিয়া দোহাৰ।
স্নান কৰাই প্ৰতিদিন কৰাওঁ আহাৰ।
মিষ্ট বাক্যে সৰ্ব্বদাই কৰো পৰিতোষ।
সিসবৰ সঙ্গে মোৰ নাহি কিছু ৰোষ॥
মনৰ চাঞ্চল্য হেতু মই কোনো কালে।
নিদিওঁ সন্তাপ সিসবক বাক্য জালে॥
যেহি আজ্ঞা পিতা মাতা কৰে কৰি আশ।
তেতিক্ষণে পূৰ্ণ কৰো সেহি অভিলাষ॥
সেৱাকৰো দেৱজ্ঞানে ত্যাজিয়া আলস্য।
যাৰ ভকতিত হৰি হোৱে আসিবশ্য॥
পিতা মাতা অগ্নি আত্মাউপদেষ্টা সমে।
পঞ্চজন মহাগুৰু বোলে জ্ঞানীজনে॥
ইসকল যেহিজনে তোষে প্ৰতিনিত।
সিজনে কৰিলে মুনি আপোনাৰ হিত॥
শুনা সৰ্ব্বজন ইটো কথা ভাৰতৰ।
পদ ছন্দে বিৰছিলো মই মূঢ় নৰ॥
নুবুলিৱা নিন্দাবাণী দেখি মোৰ দোষ।
হৰিকথা পানে কৰা মনক সন্তোষ॥
অসৎ প্ৰবৃত্তি মানে সব দূৰ কৰা।
ৰাম ৰাম বুলি সবে ভব নদী তৰা॥২৪২॥

---

# পদ ।

মাৰ্কণ্ডেয় বোলে শুনা পাণ্ডুবংশধৰ ।
কি কৰিল ধৰ্ম্মব্যাধ আত অনন্তৰ ॥
ব্যাধ নিগদতি শুনিয়োক তপোধন ।
জগতে প্ৰধান পিতা মাতা দুয়োজন ॥
সিসবৰ মনে তাপ দিয়ে যিটো নৰ ।
পৰম পাতকী মুনি নাহি তাত পৰ ॥
অন্তকালে নাপাৱয় গতি সেহিজন ।
দাৰুণ যাতনা ভুঞ্জে যমৰ সদন ॥
তোমাৰ অন্যায় দ্বিজ দেখো আমি বৰ ।
পিতৃমাতৃ আজ্ঞা লঙ্ঘি ফুৰা নিৰন্তৰ ॥
অনুমতি নলৈ তুমি কৰিছা অন্যায় ।
সিহেতু তোমাৰ বিঘ্নি ঘটিছে সদায় ॥
বৃদ্ধ পিতা মাতা জানো তোমাৰ শোকত ।
অনুক্ষণ কান্দি থাকে ব্যাকুল সতত ॥
হেন জানি ঋষিৰাজ যোৱা এতিক্ষণ ।
পিতৃমাতৃ সন্তোষিয়া আসা তপোবন ॥
অন্যথা তোমাৰ ধৰ্ম্ম কৰ্ম্ম বৃথা যায় ।
যেন পোষে বাঁজি-গৰু দুগ্ধৰ আশায় ॥
তোমাৰ মঙ্গল অৰ্থে দিলো উপদেশ ।
কৰা আক প্ৰতিপাল মুনি নিঃসন্দেহ ॥

শুনিয়া বোলয় দ্বিজ হুয়া ৰঙ্গমন ।
অমৃত অধিক ইটো তোমাৰ বচন ॥
শিৰোধাৰ্য্য কৰিয়াছো ইটো তত্ত্বচয় ।
তোমাৰ প্ৰসাদে মোৰ গুচিল সংশয় ॥
মোৰ পূৰ্ব্ব পিতৃগণে আছে তপ কৰি ।
সিহেতু তোমাক পালো সতী বাক্য ধৰি ॥
জানো মোৰ ভাগ্যবল অত্যন্ত প্ৰবল ।
তোমাৰ প্ৰসাদে কৈলো জন্মৰ সাফল ॥
তুমি সম ধৰ্ম্মশালী জ্ঞানবান নৰ ।
জগতে সাক্ষাত পোৱা নিতান্ত দুষ্কৰ ॥
ধৰ্ম্মতত্ত্ব নাজানিয়া গৰ্ব্ব অহঙ্কাৰ ।
কৰিয়া আছিলো মোৰ জীবন অসাৰ ॥
সেহি নৰকৰ পৰা তোমাৰ প্ৰসাদে ।
সংশয় গুছাই নিস্তৰিলো অপ্ৰমাদে ॥
তব আজ্ঞা শিৰে ধৰি শুনা জ্ঞানশালী ।
থাকিবো সৰ্ব্বদা পিতৃমাতৃ বাক্য পালি ॥
নিদিবোহো কোনো কালে দুখ তাসম্বাৰ ।
কৰিবো সযত্নে সেৱা বুলি ধৰ্ম্ম সাৰ ॥
মুনি বোলে মনে মোৰ মিলিছে সংশয় ।
কিহেতু তোমাৰ জন্ম শূদ্ৰকুলে হয় ॥
অনুমানে জানো তুমি কোনো মহাজন ।
কৃপাগুণে কৰা মোৰ সন্দেহ ভঞ্জন ॥

মুনিৰ ভাৰতি শুনি ব্যাধ মহামতি।
সাদৰে বোলন্ত বাণী সবিনয়ে অতি॥
সবিশেষ শুনা সেহি কথা মুনিবৰ।
তব আজ্ঞা মতে ময় বোলো পূৰ্ব্বাপৰ॥
পূৰ্ব্বত আছিলো ময় দ্বিজৰ নন্দন।
ধৰ্ম্মকৰ্ম্মে ৰত বেদ শাস্ত্ৰে বিচক্ষণ॥
স্বধৰ্ম্ম আচৰি যেন বিধি ব্যবহাৰে।
কৰিলো হৰিক পূজা নানা উপচাৰে॥
এহি মতে আনন্দতে দিন কৰো ক্ষয়।
অতঃপৰ কি ঘটিল শুনা মহাশয়॥
বাঢ়িল যৌবন মোৰ ৰীপু বল বৰ।
কুমতি জন্মিল আসি মনে নিৰন্তৰ॥
ইন্দ্ৰিয়ৰ তেজে ধৰ্ম্ম হ'ল হীন বল।
মনৰ স্থিৰতা নাই নিতান্ত চঞ্চল॥
দৈবে ময় এক নৃপতিৰ সঙ্গ পাই।
মিত্ৰতা কৰিলো ধৰ্ম্মকৰ্ম্ম হৰুৱাই॥
ধনুৰ্ব্বেদে বিশাৰদ নৃপতি সুজান।
ইচ্ছা ভৈল শৰ শিক্ষা কৰোঁ তেওঁৰ স্থান॥
হেন স্থিৰ কৰি মুনি ৰাজাৰ সংহতি।
ধনূ বিদ্যা অভ্যাসিয়া ৰঙ্গে থাকো অতি॥
সুপথ এড়িয়া যিটো বিপথে চলয়।
সিজনে দুৰ্গতি মুনি লভিব নিশ্চয়॥

শুনিয়া বোলয় দ্বিজ হুয়া ৰঙ্গমন ।
অমৃত অধিক ইটো তোমাৰ বচন ॥
শিৰোধাৰ্য্য কৰিয়াছো ইটো তত্বচয় ।
তোমাৰ প্ৰসাদে মোৰ গুছিল সংশয় ॥
মোৰ পূৰ্ব্ব পিতৃগণে আছে তপ কৰি ।
সিহেতু তোমাক পালো সতী বাক্য ধৰি ॥
জানো মোৰ ভাগ্যবল অত্যন্ত প্ৰবল ।
তোমাৰ প্ৰসাদে কৈলো জন্মৰ সাফল ॥
তুমি সম ধৰ্ম্মশালী জ্ঞানবান নৰ ।
জগতে সাক্ষাত পোৱা নিতান্ত দুষ্কৰ ॥
ধৰ্ম্মতত্ব নাজানিয়া গৰ্ব্ব অহঙ্কাৰ ।
কৰিয়া আছিলো মোৰ জীৱন অসাৰ ॥
সেহি নৰকৰ পৰা তোমাৰ প্ৰসাদে ।
সংশয় গুছাই নিস্তৰিলো অপ্ৰমাদে ॥
তব আজ্ঞা শিৰে ধৰি শুনা জ্ঞানশালী ।
থাকিবো সৰ্ব্বদা পিতৃমাতৃ বাক্য পালি ॥
নিদিবোহো কোনো কালে দুখ তাসম্বাৰ ।
কৰিবো যযত্নে সেৱা বুলি ধৰ্ম্ম সাৰ ॥
মুনি বোলে মনে মোৰ মিলিছে সংশয় ।
কিহেতু তোমাৰ জন্ম শূদ্ৰকুলে হয় ॥
অনুমানে জানো তুমি কোনো মহাজন ।
কৃপাগুণে কৰা মোৰ সন্দেহ ভঞ্জন ॥

মুনিৰ ভাৰতি শুনি ব্যাধ মহামতি।
সাদৰে বোলন্ত বাণী সবিনয়ে অতি॥
সবিশেষ শুনা সেহি কথা মুনিবৰ।
তব আজ্ঞা মতে ময় বোলো পূৰ্ব্বাপৰ॥
পূৰ্ব্বত আছিলো ময় দ্বিজৰ নন্দন।
ধৰ্ম্মকৰ্ম্মে ৰত বেদ শাস্ত্ৰে বিচক্ষণ॥
স্বধৰ্ম্ম আচৰি যেন বিধি ব্যবহাৰে।
কৰিলো হৰিক পূজা নানা উপচাৰে॥
এহি মতে আনন্দতে দিন কৰো ক্ষয়।
অতঃপৰ কি ঘটিল শুনা মহাশয়॥
বাঢ়িল যৌবন মোৰ বীপু বল বৰ।
কুমতি জন্মিল আসি মনে নিৰন্তৰ॥
ইন্দ্ৰিয়ৰ তেজে ধৰ্ম্ম হ'ল হীন বল।
মনৰ স্থিৰতা নাই নিতান্ত চঞ্চল॥
দৈবে ময় এক নৃপতিৰ সঙ্গ পাই।
মিত্ৰতা কৰিলো ধৰ্ম্মকৰ্ম্ম হৰুৱাই॥
ধনুৰ্ব্বেদে বিশাৰদ নৃপতি সুজান।
ইচ্ছা ভৈল শৰ শিক্ষা কৰোঁ তেওঁৰ স্থান॥
হেন স্থিৰ কৰি মুনি ৰাজাৰ সংহতি।
ধনু বিদ্যা অভ্যাসিয়া ৰঙ্গে থাকো অতি॥
সুপথ এড়িয়া যিটো বিপথে চলয়।
সিজনে দুৰ্গতি মুনি লভিব নিশ্চয়॥

সেইমতে ময়ো দুষ্কৰ্ম্মৰ পথ ধৰি।
আছিলো আনন্দে যত ধৰ্ম্ম কৰ্ম্ম এড়ি ॥
একদিনা ৰাজা যাই মৃগয়াৰ মনে।
মোৰো ইচ্ছাহল ময়ো যাওঁ সখী সঙ্গে ॥
মনে লৈই ইটো কথা সখীৰ আগত।
কৰিলো প্ৰকাশ যাওঁ তোমাৰ লগত ॥
অনুমতি দিলে ৰাজা মোৰ বুজি মন।
আনন্দৰে ময়ো সাজ ভৈলো তেতিক্ষণ ॥
এহিমতে দুয়োজন যাওঁ কথা মাতে।
অৰণ্যে পশিলো ৰঙ্গে ঢঙ্গে অপ্ৰমাদে ॥
পশ্চিমে সখীক ৰাখি পুবে গলো লড়ি।
দেখিলো অনেক জন্তু আছে চড়ি চড়ি ॥
মোৰ নিজ কুলধৰ্ম্ম নকৰিয়া জ্ঞান।
কৰিলো অনেক পশু পক্ষীক সন্ধান ॥
যত মাৰো তত মোৰ সুখ বৃদ্ধি পায়।
আনন্দতে ঘুৰি ঘুৰি ফুৰো চায় চায় ॥
শবৰ সন্ধানে যত পশু পক্ষীগণ।
অৱশেষ অন্যবনে কৰিল গমন ॥
মৃগয়াৰ ধ্বনি মোৰ লাগিল গাত্ৰত।
অৰণ্যৰ বৃক্ষ লতা দেখো পশুবৎ ॥
একপ উন্মত্ত হুয়া কৰি ফুৰো শৰ।
শুনা মুনি শেষফল ইটো দুষ্কৰ্ম্মৰ ॥

যোগ সাধি এক মুনি আছে সেই বনে।
মৃগবুলি কৰিলোহো শৰ ময় ৰঙ্গে॥
শৰঘাৱে ঋষি তৈতে হয় অচেতন।
মৃগবধ বুলি মেয়ো গলো তেতিক্ষণ॥
দেখিলো নহয় মৃগ ব্ৰাহ্মণ কুমাৰ।
শৰাঘাতে পৰিয়াছে মৃতক আকাৰ॥
হেন অথন্তৰ দেখি হলো মৃতপ্ৰায়।
মূৰ্চ্ছাগলো শৰীৰৰ শ্ৰুতি বুদ্ধি নাই॥
কতো বেলি আছিলোহো হুয়া অচেতন।
সংজ্ঞা পাই ক্ষণপৰে মেলিলো নয়ন॥
ঋষিক চাহিলো ক্ষমা চৰণত ধৰি।
দিয়োক অভয় মোক মুনি কৃপা কৰি॥
নাজানি তোমাক মুনি প্ৰহাৰিলো শৰ।
মৰশিয়ো দোষ দেৱ ইটো অজ্ঞানৰ॥
চেতনা লভিল ঋষি মোৰ স্তুতি শুনি।
মোক দেখি তেওঁৰ গাত লাগিল অগনি॥
বুলিলন্ত ক্ৰোধে অৰে অধম বৰ্ব্বৰ।
এই তোৰ বিপ্ৰধৰ্ম্ম হাতে ধনু শৰ॥
দ্বিজ হুয়া ক্ষত্ৰিয়ৰ ফুৰ কৰ্ম্ম কৰি।
অধম পাষণ্ড তই শূদ্ৰ হবি মৰি॥
ব্যাধকুলে জন্ম তোৰ হোক দুৰাচাৰ।
আৰু নকৰস যেন হেন অপকাৰ॥

দোষ মত দণ্ড তোৰ এই যথোচিত।
দ্বিজ ধৰ্ম্ম হীন তই পশুতো অধিক ॥
এই শাপ দিলে ঋষি ক্রোধ কৰি মনে।
ক্ষমা চালো তুনাই ময় ঋষিৰ চৰণে ॥
নাজানি তোমাক মুনি প্রহাৰিলো শৰ।
ক্ষমা কৰা ঋষিৰাজ কৰিছো কাতৰ ॥
কুকৰ্ম্মে মজিয়া ময় ক্ষত্র ধৰ্ম্ম ধৰো।
তুমি নাৰাখিলে প্রভু সমুলক্কে মৰো ॥
কৃপা কৰি শাপে মোক কৰা পৰিত্রাণ।
তোমাৰ বচনে মোৰ উড়ি যায় প্রাণ ॥
ঋষি বোলে শাপ মোৰ নহয় খণ্ডন।
তাহাৰ বিধান কৰো শুনহ দুৰ্জ্জন ॥
মোৰ শাপে তই শূদ্র কুলে পাবি জন্ম।
তথাপি থাকিব তোৰ ব্রাহ্মণৰ ধৰ্ম্ম ॥
নিত্যকৰ্ম্ম সেৱা পূজা আদি কৰ্ম্মচয়।
পৰম ভকতি ভাবে আচৰিবি তয় ॥
পিতৃ মাতৃৰ চৰণতো থাকিব ভকতি।
পৰজন্মে সেই পূণ্যে পাইবি অব্যাহতি ॥
স্তুতিবশে ঋষি মোত হইয়া সদয়।
এহিমতে বৰ দিল কৰিয়া নির্ভয় ॥
তাত পাছে গৈয়া ময় শৰ বাজ কৰি।
ঋষিক আশ্রমে নিলো লাহে লাহে ধৰি ॥

অনেক যত্নত ঋষি ক্রমে স্বস্থ হ'ল।
মোৰ ভাগ্যবলে তেওঁৰ প্ৰাণ খানি ৰ'ল ॥
ঘোৰ ব্ৰহ্মশাপ মোৰ লাগি তেতিক্ষণ।
দেহ এড়ি প্ৰাণ বায়ু কৰিল গমন ॥
তদন্তৰে আসি এই ব্যাধৰ কুলত।
লভিয়াছো জন্ম, মই কৰ্ম্মফল মত ॥
ঋষিৰ কৃপাত মোৰ ভক্তি বল জ্ঞান।
পূৰ্ণভাবে আছে এই দেখিলা প্ৰমাণ ॥
আৰাধ্য দেৱতা মোৰ জনক জননী।
সিসবাৰো পদে ভক্তি আছে দ্বিজমণি ॥
জিজ্ঞাসিলা যিটো মোৰ কাহিনি পূৰ্ব্বৰ।
আদি অন্ত কথা নিবেদিলো মুনিবৰ।
ধৰ্ম্মতত্ত্ব কথা ইটো শুনা সাধুজন।
ইহাৰ শ্ৰৱণে হয় পাতক মোচন ॥
জ্ঞানীৰ প্ৰভাব দেখা কত তেজ ধৰে।
নীচ জাতি হুয়া ব্যাধে শিক্ষাদান কৰে ॥
চাণ্ডালো পবিত্ৰ হয় পূণ্যকৰ্ম্ম কৰি।
অপাৰ সংসাৰ সিন্ধু সুখে যায় তৰি ॥
জানি সৰ্ব্বজনে কৰা পূণ্যকৰ্ম্মে ৰতি।
মুখে ৰাম ৰাম বুলি সাধা নিজ গতি ॥১৫০

---

# পদ ।

মাৰ্কণ্ডেয় বোলে শুনা পাণ্ডুৰ নন্দন ।
অতঃপৰ কি কৰিল কৌশিক সুজন ॥
ব্যাধৰ ভাৰতি শুনি মুনি মহামতি ।
মহাৰঙ্গে প্ৰশংসিল ধন্য বুলি অতি ॥
এৰূপে মানৱ ক্লেশ ভোগে কৰ্ম্মফলে ।
শোক তাপ কৰি মাত্ৰ মৰয় বিফলে ॥
পূৰ্ব্বে তুমি আছা যিটো দুষ্কৰ্ম্ম আচৰি ।
যেনে কৰ্ম্ম তেনে ফল পাইবা নিস্তকৰি ॥
পূণ্য হেতু তব দেহ অতি নিৰাময় ।
সিজন্যে ব্ৰাহ্মণ বুলি অনুমান হয় ॥
স্বধৰ্ম্ম বিহীন কুকৰ্ম্মত মগ্ন চিত ।
মিথ্যা হিংসা গৰ্ব্বে যাৰ দেহ অলঙ্কৃত ॥
ইসব ব্ৰাহ্মণ যত দেখা মহামতি ।
চাণ্ডালবো অপবিত্ৰ দ্বিজৰ আকৃতি ॥
হিংসা দ্বেষ শূন্য যিটো পৰহিতে ৰত ।
গৰ্ব্ব অহঙ্কাৰ যাৰ নাহিকে মনত ॥
জিতেন্দ্ৰিয় সত্যবাদী ক্ষমা গুণ ধৰে ।
সকলোকে আপোনাৰ বুলি মনে কৰে ॥
পৰদুখে যাৰ প্ৰাণ কান্দে নিৰন্তৰ ।
পিতা মাতা সেৱা যিটো মানে শ্ৰেষ্ঠতৰ ॥

নিজ ধৰ্ম্ম ৰাখে যত্নে কৰে সাধু সঙ্গ।
হৰিপদে মতি যাৰ থাকে সৰ্ব্বক্ষণ ॥
ইসব শূদ্ৰও জানা তুল্য ব্ৰাহ্মণৰ।
তোমাৰ চৰিত্ৰ দেখি বুজিলো বিস্তৰ ॥
যিহেতু লভিয়া তুমি শূদ্ৰ কুলে জন্ম।
মোক ধৰ্ম্ম শিক্ষা দিলা হৈয়া গুৰু সম ॥
শূদ্ৰ ব্ৰাহ্মণৰ ভিন্ন মাত্ৰ ব্যবহাৰ।
উচ্চ নীচে হয় গতি কৰ্ম্মতে সবাৰ ॥
তাম্ৰ পাত্ৰে দিলে যেন স্বৰ্ণ ৰৌপ্য পাণী।
সেহিমত বৰ্ণ হয় কি ধাতু নাজানি ॥
সেহিৰূপ কৰ্ম্মফল অনুসাৰে নৰ।
অধে ঊৰ্দ্ধে স্থান লভি হোৱয় অন্তৰ ॥
ব্যাধে বোলে শুনা হেৰা মুনি মহাশয়।
জ্ঞানৰ প্ৰভাবে যত শুভ গতি হয়।
শোক দুখ চিৰকাল আছে শৰীৰত।
তাত ম্ৰিয়মান হোৱা নহয় সঙ্গত ॥
শোকত নহয় ম্লান সুখতো হৰিষ।
নকৰে যিজনে তেওঁ সুখী অহৰ্নিশ ॥
শোকে দুখে অভিভূত হয় মূৰ্খনৰ।
সাধুগণ সমভাবে থাকে নিৰন্তৰ ॥
বিষাদ বিষৰ তুল্য দেহ কৰে ক্ষয়।
যেন সৰ্পাঘাতে হয় প্ৰাণৰ সংশয় ॥

# পদ ।

মাৰ্কণ্ডেয় বোলে শুনা পাণ্ডুব নন্দন ।
অতঃপৰ কি কৰিল কৌশিক সুজন ॥
ব্যাধৰ ভাৰতি শুনি মুনি মহামতি ।
মহাৰঙ্গে প্ৰশংসিল ধন্য বুলি অতি ॥
এৰূপে মানৱ ক্লেশ ভোগে কৰ্ম্মফলে ।
শোক তাপ কৰি মাত্ৰ মৰয় বিফলে ॥
পূৰ্ব্বে তুমি আছা যিটো দুষ্কৰ্ম্ম আচৰি ।
যেনে কৰ্ম্ম তেনে ফল পাইবা নিস্তকৰি ॥
পূণ্য হেতু তব দেহ অতি নিৰাময় ।
সিজন্যে ব্ৰাহ্মণ বুলি অনুমান হয় ॥
স্বধৰ্ম্ম বিহীন কুকৰ্ম্মত মগ্ন চিত ।
মিথ্যা হিংসা গৰ্ব্বে যাৰ দেহ অলঙ্কৃত ॥
ইসব ব্ৰাহ্মণ যত দেখা মহামতি ।
চাণ্ডালৰো অপবিত্ৰ দ্বিজৰ আকৃতি ॥
হিংসা দ্বেষ শূন্য যিটো পৰহিতে ৰত ।
গৰ্ব্ব অহঙ্কাৰ যাৰ নাহিকে মনত ॥
জিতেন্দ্ৰিয় সত্যবাদী ক্ষমা গুণ ধৰে ।
সকলোকে আপোনাৰ বুলি মনে কৰে ॥
পৰদুখে যাৰ প্ৰাণ কান্দে নিৰন্তৰ ।
পিতা মাতা সেৱা যিটো মানে শ্ৰেষ্ঠতৰ ॥

নিজ ধৰ্ম্ম ৰাখে যত্নে কৰে সাধু সঙ্গ ।
হৰিপদে মতি যাৰ থাকে সৰ্ব্বক্ষণ ॥
ইসব শূদ্ৰও জানা তুল্য ব্ৰাহ্মণৰ ।
তোমাৰ চৰিত্ৰ দেখি বুজিলো বিস্তৰ ॥
যিহেতু লভিয়া তুমি শূদ্ৰ কুলে জন্ম ।
মোক ধৰ্ম্ম শিক্ষা দিলা হৈয়া গুৰু সম ॥
শূদ্ৰ ব্ৰাহ্মণৰ ভিন্ন মাত্ৰ ব্যবহাৰ ।
উচ্চ নীচে হয় গতি কৰ্ম্মতে সবাৰ ॥
তাম্ৰ পাত্ৰে দিলে যেন স্বৰ্ণ ৰৌপ্য পাণী ।
সেহিমত বৰ্ণ হয় কি ধাতু নাজানি ॥
সেহিৰূপ কৰ্ম্মফল অনুসাৰে নৰ ।
অধে উৰ্দ্ধে স্থান লভি হোৱয় অন্তৰ ॥
ব্যাধে বোলে শুনা হেৰা মুনি মহাশয় ।
জ্ঞানৰ প্ৰভাবে যত শুভ গতি হয় ।
শোক দুখ চিৰকাল আছে শৰীৰত ।
তাত ম্ৰিয়মান হোৱা নহয় সঙ্গত ॥
শোকত নহয় ম্লান সুখতো হৰিষ ।
নকৰে যিজনে তেওঁ সুখী অহর্নিশ ॥
শোকে দুখে অভিভূত হয় মূৰ্খনৰ ।
সাধুগণ সমভাবে থাকে নিৰন্তৰ ॥
বিষাদ বিষৰ তুল্য দেহ কৰে ক্ষয় ।
যেন সৰ্পাঘাতে হয় প্ৰাণৰ সংশয় ॥

নশ্বৰ জীবন এই ভাবি যিটো নৰ।
জ্ঞান অস্ত্রে মায়াজাল কাটে নিৰন্তৰ॥
সিজন নহয় মুনি শোকে অভিভূত।
হৰিতো সিজয় ভক্তি জানা দ্বিজ সুত॥
এই তত্ত্ব ধৰি মোৰ অসন্তোষ নাই।
প্ৰসন্ন বদনে ময় থাকো সৰ্ব্বদাই॥
বিপ্রে বোলে জ্ঞানধৰ্ম্মে তুমি বিজ্ঞ বৰ।
কি কৰিব শোকে তাপে তুমি মহন্তৰ॥
এহিমতে দ্বিজে বহু প্ৰশংসি তাহাক।
বিদায় মাগন্ত নানা বুলি প্ৰিয় বাক॥
হেন শুনি মহামতি ব্যাধ সেহিক্ষণ।
ঋষিৰ চৰণ গৈয়া কৰিল বন্দন॥
অনেক ভকতি ভাৱে ব্যাধ অনন্তৰ।
ঋষিক পঠাইল বহু কৰি সমাদৰ॥
গৃহ পাই তান আজ্ঞা ধৰিয়া শিৰত।
পিতৃমাতৃ সন্তোষিয়া ঋষি যথাৰত॥
কৰিল হৰিৰ সেৱা হৈয়া মনৰঙ্গ।
গুছিল মনৰ মল লভি সন্তসঙ্গ॥
সকলোৰ আদি সাধু সঙ্গহে প্ৰধান।
পাপী অপাপীও সুখে পাৱয় নিৰ্য্যান॥
মাৰ্কণ্ডেয় বোলে শুনা পাণ্ডুৰ কুমাৰ।
প্ৰকাশিলো তব ঠাই এই তত্ত্বসাৰ॥

পৰম অমূল্য ইটো কথা বিতোপন।
যিটো নৰে কৰে আৰ শ্ৰবণ কীৰ্ত্তন ॥
হৰিৰ চৰণে তান বাঢ়য় ভকতি।
অন্তকালে দেহ এড়ি সাধে নিজ গতি ॥
এই তত্ত্ব অভ্যাসিয়া সদা নৃপবৰ।
যশ কীৰ্ত্তি বঢ়াই কৰা সাৰ্থক জন্মৰ ॥
কৰিছো মিনতি শুনা যত সাধুজন।
প্ৰাণান্তেও নেড়িবাহা হৰিৰ চৰণ ॥
বিষ্ণুৰ সেৱাত হৈব শৰীৰ নিৰ্ম্মল।
গুছিব সমস্ত শৰীৰৰ পাপ মল ॥
সংসাৰৰ শোক তাপ হৈব সবে ক্ষয়।
ইহকালে মহাসুখ লভিবা নিশ্চয় ॥
পৰকালে পাইবা সুখে বিষ্ণুপুৰে স্থান।
কোন শ্ৰেষ্ঠ আছে হৰি সেৱাৰ সমান ॥
হে দয়াময় প্ৰভু দেব লক্ষ্মীপতি।
অনাথৰ নাথ তুমি কৰা মোৰ গতি ॥
তোমাৰ অধম ভৃত্য ময় নাৰায়ণ।
পৰম আতুৰ হুয়া পশিলো শৰণ ॥
স্নেহগুণে কিঙ্কৰক চোৱা চকু মেলি।
তেবেসে নিস্তৰো হৰি মায়া মোহ ঠেলি ॥
নশ্বৰ বিষয় সুখ তাতে ৰাখি চিত।
তোমাক পাসৰো হৰি কিনো বিপৰীত ॥

ছায়া যেন সঙ্গে সঙ্গে থাকে মানবৰ।
তুমি সেহি মতে ৰাখি ফুৰা দামোদৰ॥
তথাপি মায়ায় মন মুগ্ধ হয় মোৰ।
নাজানি কৰিছো সদা মহাপাপ ঘোৰ॥
অজ্ঞানী দুৰ্ব্বোধ পাপী নাহি মোত পৰে।
বৃথায় ধৰিলো জন্ম জগত ভিতৰে॥
অনুগ্ৰহ কৰা প্ৰভু দিয়া জ্ঞান বল।
তোমাৰ কৃপায় কৰো জনম সাফল॥
যদিও অজ্ঞানী ময় তোমাৰ কিঙ্কৰ।
সৰ্ব্বক্ষণে চাঁও কৃপা তব চৰণৰ॥
তোমাক দুৰ্যশে পাব নকৰিলে পাৰ।
স্বামীৰ উচিত নোহে কৰা পৰিহাৰ॥
আছিল পূৰ্ব্বত যত দুষ্ট ৰাজাগণ।
হিৰণ্যকশিপু হিৰণ্যাক্ষ কুম্ভকৰ্ণ॥
ৰাৱণ লঙ্কাৰ পতি বীৰ শিশুপাল।
দণ্ডবক্ৰ ভোজৰাজ আৰু যত মাল॥
জৰাসন্ধ আদি কত কত বলীয়াৰ।
শত্ৰু বুদ্ধি কৰি পাইল কৰুণা তোমাৰ॥
মোকো সেহিমতে ত্ৰাণ কৰা নাৰায়ণ।
কিবা শক্তি আছে মোৰ কৰিবো প্ৰসন্ন॥
নিজগুণে দাস বুলি লোৱা অধমক।
তোমাৰ কৃপায় কৰো জীৱন সাৰ্থক॥

আকুল নহওঁ যেন সংসাৰ মায়ায় ।
তব নাম গুণে ৰতি হৌক সৰ্ব্বদায় ॥
আপদ সম্পদে মোৰ হৌক সমজ্ঞান ।
শত্রু মিত্রে ভাব মনে থাকোক সমান ॥
কাম ক্রোধ আদি ৰীপু কৰা মোৰ দূৰ ।
তুৱা পাৱে ভক্তিবল বাঢ়োক প্রচূৰ ॥
এহি দান দিয়া মোক নামাগোহো আন ।
দয়াৰ ঠাকুৰ তুমি পুৰুষ প্রধান ॥
কাকুতী কৰিছো শুনা যত সাধু নৰ ।
হৰি বিনে যত দেখা সকলো নশ্বৰ ॥
সত্যপথে থাকি কৰা হৰিত ভকতি ।
তেবে সুখে সাধিবাহা জীবনৰ গতি ॥
আলস্য এড়িয়া যত্নে জানি মূল কাম ।
নিৰন্তৰ সৰ্ব্বজনে বোলা ৰাম ৰাম ॥

অন্ত ।